# লহণ্ডা

( সামাজিক নাটক )

১ম প্রকাশ

১৯৫৫ চন

প্রণেতা— শ্রীদেবচন্দ্র তালুকদার

# -লহঙা-

## ভাৱৰীয়া সকল–

| পুৰুষ– | তিৰোতা– |
| --- | --- |
| নৱনাথ গোস্বামী–ডেকা গোসাঁই | লকা–জেঠুৰ জীয়েক |
| জেঠু–গাৱঁলীয়া বুঢ়া। | লহঙা–কুমাৰৰ ছোৱালী |
| চেনিৰাম–গাৱঁৰ ডেকা | কেতেকী–গাভৰু |
| বাপুদেউ– ঐ | লকাৰ মাক–জেঠুৰ ঘৈণীয়েক |
| মোহন–খেতিয়ক ডেকা। | বিহুগোৱা ডেকেৰীবোৰ ইত্যাদি। |

নৱনাথৰ বাপেক, লহঙাৰ বাপেক, কৈৱৰ্ত্ত, মৈমনাসিঙীয়া, বিহুগোৱা ডেকাসকল ইত্যাদি।

––––

# লহঙা

## প্ৰথম অঙ্ক

### ১ম দৃশ্য

[ নৈৰ পাৰ ]

নৱনাথ গোস্বামী—( গীত )

লুইতৰ পাৰতে গছৰে শাৰী
ফুলে জকমক কৰে,
ঢৌৰে লগতে ঢৌৱে নাচে
প্ৰাণ উৰোঁ উৰোঁ কৰে।
লাজুকী লতাই গছকে সাৱটি
পাততে লুকাই পৰে,
ৰি-ৰিয়া বতাহ সোঁততে উটি আহি
পৰাণ আকুল কৰে"

নতুন গীতৰ তানে এখনি স্বৰ্গীয় ৰাজ্য সৃষ্টি কৰিছে গাওমানে গাবলৈ ইচ্ছা যায়।

( দুবৈত লুহঙাই কাপোৰ আছাৰি আছাৰি তাল ধৰি গীত ধৰিছে )।

( গীত )

পাটৰে কাপোৰ গুণাৰে বন-কৰা
কেনে জিলিমিলি কৰে,
পানীতে বুৰালে ৰ'দৰে জিলিঙনি
আৰু সাতো গুণে জ্বলে।

নৱনাথ— মই গোৱা গীততকৈ সুন্দৰ! সুৰ এনে কোমল! আকৌ সুৰ পোনপটিয়ে নাহি প্ৰকৃতিৰ গছ-গছনি, লতা-হাবিৰ মাজেৰে আহি আৰু সুন্দৰ ভাৱে কাণত ঝঙ্কাৰিছে। সুৱলা মাতৰ সুৱলা সুৰ।

( লহঙাই আকৌ গীত গায় )

পানীতে বুৰালে ৰ'দৰে জিলিঙনি
আৰু সাতো গুণে জ্বলে
সাতো গুণে জ্বলে।

নৱনাথ— এনে সুৱলা গীতে মন নচুৱাই তুলিছে। কাৰনো এনে মৌ সনা সুৰ? কাপোৰ আছাৰা শব্দৰো সুন্দৰ তাল! কোননো বাৰু? যেয়ে নহ'ক ইও এটা পাৰ্থিব কবিতাৰ স্বৰ্গীয় দান।

( লাহেকৈ উঠি যাব ধৰে )

**পট পৰিবৰ্ত্তন**

( সুন্দৰ গছ-গছনিৰে ভৰা নৈৰ কাষৰ শিলনিৰ ওপৰত এটা নিমজ শিলত লহঙাই আধা দেখা আধা নেদেখা ভাৱে কাপোৰ আছাৰিব ধৰিছে। প্ৰকৃতিৰ কুঞ্জলতাবোৰ গছনিৰ ওপৰৰ পৰা নামি আহি কেও লুইতত পৰিছে, কেও লহঙাৰ কাষত পৰি আছে। লহঙাই কাপোৰ আছাৰি আছাৰি গীত গায়ে আছে। নিজন নৈৰ পাৰৰ গম্ভীৰতা ভেদ কৰি লহঙাৰ গীত ঝঙ্কাৰি উঠিছে। নৰনাথে হঠাৎ উভতি চাই আচৰিত হৈ থমক খাই ৰয়। )

নৰনাথ— সুন্দৰ !

## —দ্বিতীয় দৃশ্য—

( পদূলিত গৰখীয়াসকলে হাতে হাতে টকা, পেপা, ঢোল, গগনা লৈ হুচঁৰি গাইছে। ছোৱালীয়ে হুচঁৰিৰ তালে তালে নাচিছে ) ।

বিহুৱা চৰায়ে বিহু বিহু বোলে
বিৰহীৰ নাচিছে গাৱ,
যমুনাৰ পাৰতে কোনে পেপা বজায়
পানী আনিবলৈ যাওঁ। .

( কেতেকী ওলাই আহিল )

কেতেকী—আকৌ গা, বৰ ভাল নাচিব পাৰ দেখোন ?
তোৰ নাম কি ?

( ছোৱালীজনীয়ে হাঁহি মাৰি কলে 'লফা' আকৌ হুঁচৰি গাব ধৰিলে ) ।

[ নৱনাথৰ প্ৰৱেশ ]

নৱনাথ— বঢ়িয়া কেতেকী ! দেউতা ঘৰত নাই ?

কেতেকী— নাই ।

নৱনাথ— ( ভিতৰত সোমাই এখন চকী আনি বহি ) গা ভালকৈ গা ; টকা দিম ।

( আটাই কেউজনে ৰঙত উতলা হৈ ত্ৰিগুণে গীত ধৰিলে, লফাই নাচিব ধৰিলে )

"দেউতাৰ ফুলনিত . ফুলে ফুল এপাহি
সুগন্ধি বলিছে বাও ;
হালি জালি গছে কি কথা পাতিছে
বিছু বলিয়া যেন পাওঁ ।"

( তত্তালিকে টকা, পেপা, ঢোল সামৰি লৈ কবলৈ ধৰিলে— )

বাঁহৰ পাত চিকি মিকি, আমাক দিব সিকি সিকি ।
বাঁহৰ পাত চকা মকা, আমাক দিব টকা টকা ।

নৱনাথ— (জেপৰ পৰা টকা এটা উলিয়াই লফালৈ চাই) হুঁ।

(লফাই লাহে লাহে আগবাঢ়ি টকাটো ললে। সকলোৱে "ভাল হ'ক, কুশল হ'ক, ভৰালত ধান বাঢ়ক, গোহালিৰ গৰু বাঢ়ক, আমাক দিবলৈ শক্তিমান হ'ক বুলি সেৱা কৰি খোজ ললে। কেতেকীয়ে চায়ে থাকিল।)

নৱনাথ—কেতেকী, বিহুগীত এনে সুন্দৰ!

কেতেকী—এই যে হুচৰি গালে তাতকৈ ভাল নে?

নৱনাথ—ভাল কেতেকী! মই সিদিনা যি শুনিলো।

কেতেকী—ক'ত শুনিলে?

নৱনাথ—এজনী কুমাৰণী ছোৱালীৰ মুখত। তাই আজি আহিব।

কেতেকী—সৌৱা কোনোৱা এজনী আহিছে।

নৱনাথ—(সেইপিনে চাই) সঁচাকৈ তায়ে আহিছে। সুন্দৰ গীত গাব পাৰে। আহ! আহ তাতে থিয় হৈ ৰলি যে?

লহঙা—চেলেং কাপোৰ লব?

(লহঙা ওচৰ চাপি আহে)

কেতেকী—(কাপোৰ? চাওঁ কেনে কাপোৰ? (কাপোৰখন চায়) তই কাপোৰ বব জান?

লহঙা—( হাঁহি মাৰি ) জানো।

কেতেকী—গীত গাবলৈ ?

লহঙা—ভালকৈ নাজানো।

নবনাথ—টুপাই বুৰ মাৰিলে নহব। বাৰু তই এনে বিহুগীত ক'ত শিকিছিলি ?

লহঙা—শিৱসাগৰত। তাত বহুতো বিহুগীত গায়। আমাৰ আইতা দেউতা তাতে আছিল। এতিয়া তাৰ পৰা ইয়ালৈ উঠি আহিছোঁ।

কেতেকী—গাচোন এটা।

( লহঙাই লাজতে সেমেনাসেমেনি কৰে )

নবনাথ—লাজ নাই দে, গা।

( লহঙাই বহি বিহুগীতৰ সুৰ ধৰে )

কুৰ্লীৰ আঁৰতে পৰ্ব্বতৰ কাষতে
সুকযে দেখা দিলে ঐ ;
গছও শুৱনি লতাও শুৱনি
হিয়াতে সোণতৰা জ্বলে।

নবনাথ—কেতেকী। এই চেলেং কাপোৰখন ৰাখ বেচ দে। তোলৈ এখন গুণাৰ বনকৰা মেখেলা আনিব ক। গুণাৰ বন কৰিব জান ?

লহঙা—অলপ অলপ জানো।

কেতেকী—বাৰু, মই কাপোৰৰ বেচ আনো কিমান টকা ৰূপ ?

লহঙা—চাৰি টকা ৰূপ। (কেতেকী ভিতৰলৈ যায়)

নবনাথ—তোৰ নাম কি ?

লহঙা—লহঙা।

নবনাথ—লহঙা! সুন্দৰ নামটো।
তোৰ গীত বৰ সুন্দৰ।
কাপোৰো বৰ সুন্দৰ হৈছে।
তই কেতিয়াবা কেতিয়াবা আৰু কাপোৰ লৈ আহিবি। মাজে সময়ে গীতো গাবিহি।

(কেতেকীয়ে চাৰি টকা ৰূপ আনে)

কেতেকী—তই যেনে গীত গাব, কাপোৰো তেনে লাহী কৰিব পাৰ। এযোৰ ভাল মেখেলা খানিবি দে। (টকা দিয়ে)

(লহঙাই মিচিকিয়াই হাঁহি টকা লয় আৰু আন কাপোৰবোৰ ভালকৈ সামৰি লয়।)

[নবনাথে—চাই থাকে]

## —তৃতীয় দৃশ্য—

(লফাৰ মাকে যঁতৰ লৈ বিয়া গীত গাই
সূতা কাটি থাকে)

দেখা সখীহে এ ওপৰতে ৰভা,
চন্দ্ৰ, সূৰ্য্য, বায়ু, আহি পাতিলেক সভা।
দেখা সখীহে কিনো বিপৰীত,
আকাশৰ চন্দ্ৰ আহি ভূমিতে উদিত।
দেখা সখীহে এ বপাৰ কেনে ৰূপ,
চন্দ্ৰমা বদন বপা মদন স্বৰূপ।

(গিৰিয়েক জেঠুৱে এহাতে এড়ি-সূতা আন হাতে
এড়ি-সূতা কটা টাকুৰী ঘুৰাই ঘুৰাই আহে)

জেঠু—চা বুঢ়ি হলিহি। তেও গীত গাব নেৰ।

লঃ মাঃ—নেৰো তো।

জেঠু—লফা ইমান পৰেও অহা নাই?

লঃ মাঃ—নাই। তাইৰনো এতিয়াই কিহু গোৱা হাবিলাষ পলাব নে? তই পাহৰিলি হবলা, আমি কিমান নাচিছিলো।

জেঠু—এৰা, ডেকা কালৰ বেলেগ কথা। সঁচা ঔ, এতিয়াও টকা পেপাৰ মাত শুনিলে মোৰ নাচিবলৈ মন যায়।

লঃ মাঃ—নাচিবিতো। পাৰ যদি এজনী দীপলিপ চাই এই বুঢ়াকালতো আন।

জেঠু—থ সেইবোৰ কথা। তই বুঢ়ী হলিহি, ছোৱালী কান-সমনীয়া হল, তেও তই সেইবোৰ কথা কৰ। মই তোৰ বাহিৰে আৰু এই জনমত কাতো চকু-নিদিওঁ—দিয়াও নাই।

লঃ মাঃ—(হাঁহি) তোৰ লগত ধেমালি কৰিব নোৱাৰি। পিছে এটা ডাঙৰ কথা।

জেঠু—কি?

লঃ মাঃ—মোহনৰ মাক আহিছিল। মোহনলৈ ছোৱালী-জনী খোজে।

জেঠু—লফাৰ মাক, কথাটো বৰ বাৰু। মোহন লৰাটো বৰ ভাল। লফাৰ লগত ভাল মিলিব।

লঃ মাঃ—তেন্তে কথা দিম?

জেঠু—আকৌ বা লফাৰ মনটো কত আছে? পাহৰিলি হবলা আমাৰ কি দুৰ্দ্দশা হৈছিল। বোপায়ে মোৰ বিয়া পাতে এঘৰত, আয়ে পাতে এঘৰত। আকৌ মোৰ মন তোলৈকেহে। মাজে মাজে বিসঙ্গতিত পৰি দিন চেৰেক বিৰিখৰ পক্ষীৰ দৰে কেনে চাটিফুটি কৰিব লগাত পৰিছিলোঁ। মোৰ লফাক তেনে অৱস্থাত পেলাব নোখোজোঁ।

লঃ মাঃ—মোহনৰ লগত লফাই আপত্তি নকৰিব হবলা। তাই মোহনৰ কথা কিমান দিন কৈছে। মনত নাই জানো সি হেনো তাইক এটা পকা ডালিম দিছিল। সেই ডালিমটো খাই যি গুটি পঁচাইছিল তাৰে আমাৰ সেই ডালিমৰ গছ পুলিটো হৈছে। আৰু এটা কথা। তাই আপত্তি কৰিলেও বল কৰি বিয়া দিলে পিছত সকলো ঠিক হব।

জেঠু—বাৰু চাওঁচোন। কবো বুলি কৰিব পাৰোনে? ঈশ্বৰেহে জানে ক'ৰ দৰা ক'ৰ কইনাৰ লগত লগ লাগে। কিন্তু মোহন লৰাটো বৰ দেখনিয়াৰ। বাপেকো বৰ চহকী। বাৰু যঁতৰটো থছোন, ভিতৰলৈ যা। এখন তামোল খুন্দি দে। বিহুৰ দিন লগভাগ আহেছে। যা, তামোল আন।
(বুঢ়ীয়ে যঁতৰ সামৰে জেঠুৱে টাঁকুৰী ঘূৰাই থাকি।)
সাত বিহু। গাটো উলহ-মালহ লাগিছে। লৰাহঁতৰ ৰঙকে চাওঁগৈ। আন ঐ লফাৰ মাক! ভগা জাপিটোও লৈ আহিবি। লাথুটিডাল নাপাহৰিবি আকৌ।

(লফাৰ মাকে জাপি আৰু লাঠি লগতে খুন্দা-তামোল আনি দিয়ে)

জেঠু—(তামোল চোবাই) মই আহো, লফা আহিলে পানী অনাবি। আৰু এটা কথা। মুৰত বন্ধা [illegible] । [illegible] বাটী [illegible] পাচৰি যাব ।

( বুঢ়ীয়ে ভিতৰ সোমাই গামোচাখন আনে ; জেঠুৱে গামোচাখন মূৰত বান্ধি বান্ধি )

তই সেই কথাটোও মন কৰিবি। অলপ বুধি কৰিলেই সহজতে বুজিবি। লফাৰ পেট পাওঁতে বেচি পৰ নালাগে।

লঃ মঃ—সেইটো হব। তাই আপত্তি কৰিলেও মোহনৰ লগতে বিয়া পাতিবই লাগিব। এনে এখন ঘৰ ক'ত পাবি ? তই বিচু বুলি লগভাগৰ লগত পৰি সবহ ফটিকা নিপিবি। ( দুয়ো তুপিনে যায় )

## —চতুৰ্থ দৃশ্য—

—গাভৰু সকলে গীত গায়—

গধূলি বেলিকা আঙিবি সমনীয়া
বিৰিণাৰে পেপা বাই।
নামো নাকাঢ়িবি গীতো নাগাবি
পদূলিতে ৰবি চাই।

( লৰা কেজনমানে দূৰৈত ঢোল, পেপা, টকা বজাই গায়)

লুইতৰ পাৰতে কাছই কণী পাৰে
ছকুৰি ছকুৰি পায়।

কিনো অমাতৰ মাত মাত ঐ মইনা
মনতে এষাৰো নাই ॥

ছোৱালী কেগৰাকী—
মনতে ভাবিবি মনতে পাঙিবি
মনতে পাতিবি কথা।
মনে মনে গৈ আলচি আহিবি
ভাঙিবি বুকুৰে বেথা ॥

লৰা কেজন—
মনকে সুবুজোঁ ঐ জীৱন কুমলীয়া
মনৰে ভাবনাৰ নাই ওৰ।
বাৰী বাৰী বিচাৰো জীৱন কুমলীয়া
বাটৰে নেপাওঁ লোৰ ॥

ছোৱালী কেজনী—সোৱা আহিছে ; বল, বল সিপিনে যাওঁ। ইহঁতক দেখা নিদিওঁ। সোৱা নৈৰ কাষলৈ বল। (ছোৱালী কেজনী আঁতৰ হয়। লৰা কেজনে টকা, পেপা বজাই বজাই আহে)

মোহন—ক'তা ঔ, এইাপনে গাইছিল। নিশ্চয় তাতে লফা আছে।

১ম লৰা—মিছা, লফাক মই কেৰ্কটুৱাহঁতৰ দলত নচা দেখিছোঁ

মোহন—দশ সলাগুঁতে হে বেছি পৰ লাগে !

(আকৌ ছোৱালী কেজনীয়ে নিলগত গায়—
মনতে ভাবিবি·········)

মোহন—নিশ্চয় তাত লফা আছে। লফাৰ মাত মই ভালকৈ বুজোঁ।

১ম লৰা—থাকিলেই বা কি কৰিবা ?

মোহন—শিহঁতৰ ঘৰত আয়ে গৈ বিয়াৰ কথা পাতিছে। কিন্তু হয়ভৰ দিয়া নাই। তাইৰ মন বলাব পাৰিলে এনেয়ে লৈ যাম। তাতে আজি সাত-বিহু।

১ম লৰা—তই দেখো 'লফা' 'লফা'কৈ বলিয়া হলি। পিছে দফা শেষ হব !

মোহন—সিবাৰ বিহুৰে পৰা চেষ্টা কৰিছোঁ। লফাই মান্তি নহয়। তাইৰ বৰ অহঙ্কাৰ ! ময়ো কিন্তু নেৰিছোঁ। তাইৰ লগে লগে লাগে যদি জীউটোকে দিম।

১ম লৰা—সৌৱা, সৌৱা, তাইহঁত যাব ধৰিছে।

(আকৌ টকা পেপা বজাই বেগাই যায়। নিলগত "আই ঔ মৰিলোঁ" বুলি কোনোবাই চিঞৰে)

(পট পৰিবৰ্ত্তন)

( লফা উস্-উসকৈ পৰি থাকে. লৰা কেজন সোমায় )

মোহন—মই বোলে সুবুজোঁ, চা।

১ম লৰা—এৰা, কিন্তু তাই পৰি ৰল কিয় ?

মোহন—কিবা হল হবলা ! ( ওচৰ চাপি ) লফা ! পৰি আছ কিয় ? কি হল ? ( লফাই নামাতে ) নামাত কিয় ?

লফা—মোৰ ভৰিত এডাল ডাঙৰ কাঁইট সোমাইছে।

মোহন—চাওঁ ।

লফা—( লাজতে ) নালাগে ।

১ম লৰা—কি কথা কৰ ঐ ! কথা কলে লাই পায় ; বল হাত-দোলা কৰি লৈ যাওঁ ।

মোহন—এৰা, লফা ! তই আমাৰ লগত নাচিবলৈ যাব লাগিব ( লফাই নামাতে )

১ম লৰা—আকৌ কথা কৰ । ধৰ !

( লফাই উঠিব খোজে ) ধৰ ধৰ ঔ, এতিয়া পলাব ! এতিয়া মিছাইহে খোৰাৰ ভাও জুৰিছে। ( আটাই কেইজনে ধৰিব খোজে )

লফা—( খোৰাই খোৰাই যাব ধৰি ) বিহলঙী বাইহঁত কেনি গলি ? ৰ, মযো গৈছোঁ । মোক বাঘে খায় ।

[ চেনিৰামৰ প্ৰবেশ ]

চেনিৰাম—এইপিনে মোৰ লফাৰ মাত শুনিছিলো। লফাই কৈছিল কাইলৈ বিহু নাচি নাচি মই লুইতৰ পাৰতে লুকাই থাকিম। তই আহিবি। লুইতৰ পাৰ বিচাৰি বিচাৰি পিত্‌ পিত্‌ দিলোঁ। ক'তা, লফা ক'তা ?

মোহন—কোনোৱা আহিব ধৰিছে ঔ!

১ম সমনীয়া—এৰা, কথাটো বৰ বেয়া হ'ল!

মোহন—যাওঁ বল, বাপেকো হব পাৰে।

১ম সমনীয়া—এৰা বল, ভাল সাৰিলে। এইপিনে ব'ল্।

( লফাৰ বাহিৰে আটাই কেউজনৰে প্ৰস্থান )

চেনিৰাম—লফা ?

লফা—চেনাই তই আহিছ ?

চেনিৰাম—তোৰ কি হৈছে, তেনেকৈ খোৰাইছ ?

লফা—এডাল কাঁইটে বিন্ধিলে ?

চেনিৰাম—কাঁইটে বিন্ধিলে ? কেনেকৈ চাওঁ!

লফা—নালাগে ঘৰত উলিয়াম।

চেনিৰাম—চাওঁ বাৰু ?

( লফাই বহি ভৰিখন দেখুৱায়, চেনিৰামে তাৰ চোলাত থকা মইনৰ কাঁইটডাল উলিয়ায় )

বৰ ডাঙৰ কাঁইট দেখিছোঁ। কেনেকৈ বিন্ধিলে ?

লফা—সৌপিনে লগৰ লগত বিহুগীত গাওঁতে। বিহলঙী বাইহঁতক দেখিছ ?

চেনিৰাম—নেদেখিলোঁ।।

লফা—তাইহঁতে বিহু গোৱাতে মতলীয়া; মোক এবি কোনখিনি পালে কব নোৱাৰোঁ।

চেনিৰামে কাঁইট উলিয়াব ধৰোতে লফাই উস্ উস্ কৰি ভৰি কোঁচায় )

চেনি—নাই অলপ মনে মনে থাক; এতিয়াই কাঁইট ওলাব।

( তাৰ মূৰত থকা গামোচাৰে লফাৰ মূৰত বাও দিয়ে আৰু কাঁইট উলিয়াবলৈ চেষ্টা কৰে। অলপ পিছত কাঁইট ওলোৱাত কাঁইটডাল হাতত লৈ )

এয়া! এতিয়া ভাল পাবি ৰ! এইডাল ভৰিত থাকিব লাগিলে আধ্যা হ'ল হেঁতেন।

লফা—ইমান ডাঙৰ কাঁইটডালে বিন্ধিছিল!

চেনিৰাম—পিছে লফা, মই কোৱা কথাষাৰ ?

লফা—আই বোপায়ে মোৰ বিয়া আনৰ লগত থিৰ কৰিছে।

চেনিৰাম—আনৰ লগত ?

লফা—এৰা !

চেনিৰাম—তেন্তে উপায় ? তই কি কৰিবি ?

লফা—কব নোৱাৰোঁ ।

চেনিৰাম—কব নোৱাৰোঁ ? লফা ! ( লফাই নামাতি তললমুৱা কৰি থাকে ) তেন্তে মোৰ ইমান দিনৰ আশা—( লফা নিমাত )

চেনিৰাম—বুজিলোঁ ।—

"নৈৰে সিপাৰে নাৰায়ণ শিমলু
তাতে ললে কুকুৰাই বাহ ;
এই নাৰীজাতি মৰম নাইকিয়া
চিনিব নোৱাৰি আঁহ ।'

লফা ! মই কাইলৈ যাম ।

লফা—কলৈ ?

চেনিৰাম—মোমাইহঁতৰ গাঁৱলৈ ।

লফা—কিয় ?

চেনিৰাম—মোমায়ে সিবাৰতে ত'তে খেতি কৰিবলৈ মাতিছিল, কিন্তু মই তোৰ আশা এৰিব নোৱাৰিয়ে সিবাৰত মাতি নহলোঁ । সিদিনাও মোমায়ে মাতি গৈছে । আৰু যেতিয়া তোৰ আশা নোহোৱাই হল, তেন্তে আৰু কি চাই থাকিম ? মই কাইলৈ

যাম। তই ভালে থাক। মোক আৰু কি জানিবা নেদেখ।

লফা—কিয় ?

চেনিৰাম—বুজা নাই ? মই মোমাইৰ তাতে থাকি খেতি বাতি কৰিম আৰু ইয়ালৈ নাহোঁ। ইপিনে তোৰ বিয়া হৈ গলে বা কলৈ যাব ?

লফা—তই মাজে মাজে আহি থাকিবি।

চেনিৰাম—নাহোঁ, নাহোঁ লফা! মই তোক পাহৰি পেলাবলৈ চেষ্টা কৰিম। তুঁহ জুই ফুৰাই ফুৰাই আৰু পুৰি নমৰো। যাওঁ লফা।

(যাবলৈ ধৰে)

লফা—শুন!

চেনিৰাম—(উভতি ওচৰ চাপি) কি ?

লফা—তই সঁচা যাবি ?

চেনিৰাম—মই কাহানি মিছা কৈছোঁ লফা ? আৰু কি কব খুজিছ ?

লফা—(ভাবি থাকি নখেৰে মাটিত লিখি) বাৰু যা। (চেনিৰামে আকো লাহে লাহে খোজ লয়) শুন তোৰ মূৰটো চাওঁ।

চেনিৰাম—কিয় ?

লফা—সিদিনা কটা ঘা ডোখৰ ভাল হ'ল ?

চেনিৰাম—অলপ ভাল হৈছে। এয়া ( চেনিৰামে ওচৰ চাপি মুখটো দেখুৱায়, লফাই চায়।
চেনিৰামে লফাৰ ভৰি হাতলৈ চায়। লাহে লাহে চেনিৰামে লফাৰ কান্ধত ধৰে ) লফা :—

আৰু কিয় দেখা চেনেহ পিৰীতি
বেথা লগা চাৱনি তোৰ,
চকুৱে চকুৱে ভাঙ বতৰা
হিয়া ডেই পুৰি মোৰ।

লফা ! লফা ! আহিলোঁ। [বেগে প্ৰস্থান]
( লফাই চেনিৰামৰ বাটৰ পিনে চাই থাকে )
লফা—উস্ চেনাই !
( লাহে লাহে আন পিনে যায় )

## —৫ম দৃশ্য—

( লহঙাৰ ঘৰ—লহঙাই উৱা চেৰেকী ঘূৰাই সূতা লৈ লৈ গীত গাই থাকে )

( গীত )

পাততে আছেহে ফুলৰে থোপা
বিৰিখতে আছে লতা ;
ডালতে বহিয়ে চৰায়ে গাইছে
সমনীয়াই ভাঙিছে বাৰ্ত্তা।

( লহঙাৰ বাপেকৰ প্ৰবেশ )

লঃ বাঃ—শুন লহঙা, তই আৰু কাপোৰ লৈ বাপুদেউ পেস্কৰৰ ঘৰলৈ নাযাবি।

লহঙা—এতিয়া নাজানিলে নহব। আৰু বাপুদেউৰ ঘৰলৈ নাযাবি। আমাৰ সৰু মানুহৰ সেইবিলাক কিয় ?

লহঙা—( সূতা লৈ লৈ থাকি ) কেতিয়ানো কাৰ ঘৰলৈ গলো।

লঃ বাঃ—মই সকলো শুনিছোঁ। বুজিছ লহঙা তোৰ কাৰণে মই বুঢ়াকালত কাৰো মাত খাব নোৱাৰো। আজি বাপুদেৱে মোক ছুই নামাৰিলে যে তেও ভাল। (বাহিৰৰ পৰা নবনাথে মাতে "লহঙা"! )

লহঙা—কিয় মাৰিব খুজিছিল ?

লঃ বঃ—নজনা হলি ?

নবনাথ—লহঙা !

লহঙা—কোন ?

লঃ বাঃ—এয়া জানো বাপুদেউৰ পৰা নহয় ?

( নবনাথে ভিতৰ সোমায় ) দোহাই ! দহোকুৰি ডাঙৰ মানুহৰ ডাঙৰ কথা।

নবনাথে—কি কৈছে ?

লঃ বাঃ—ডাঙৰ মানুহ ! ডাঙৰ জাত ! সকলৈ চকু কৰে কিয় ?

নৰনাথ—কাৰ কথা কৈছা।

লহঙা-(ততালিকে) আপুনি কিয় আহিছে ?

নৰনাথ—লহঙা, এখন কপাহি ধুতি আৰু এখন পাটৰ মেখেলা লাগে যেনে তেনে। দিন চেৰেকতে দিব পাৰিবি ? এজন ডাঙৰ মানুহক লাগে।

লহঙা—কটা সূতা যে নাই।

নৰনাথে—তেন্তে উপায় ?

লহঙা—বাৰু যাওক কটা সূতাৰ কিবা এটা দিহা কৰিম। কিন্তু পাট সূতা ?

নৰনাথ—মই আজিয়েই পাট সূতা কিনিম। তই কাইলৈ আমাৰ ঘৰলৈ গৈ লৈ আহিবি।

লহঙা—কাইলৈ কিমান পৰত ?

নৰনাথ—ন বজাত।

লহঙা—বাৰু। মই কটা সূতাও দেখাই আহিম।

নৰনাথ—তেন্তে মই আহিলোঁ। [প্ৰস্থান]

লহঙাৰ বাপেক—নোৱাৰ ! তই আৰু বাপুদেউ পেস্কাৰৰ ঘৰলৈ যাব নোৱাৰ। মই সাত সেৱা কৰিছোঁ। লহঙা ? আৰু যাব নোৱাৰ।

লহঙা—দেউতা তুমি কি কৈছা ?

লঃ বাঃ—সচাঁ কৈছোঁ। আজি তিনিকুৰি দহ বছৰ চাউল খালোঁ, কত জিলা ফুৰিলোঁ। কেৱে মোক

টান কথা কোৱা নাই। কিন্তু আজি বাপুদেৱে মোৰ নাক কাটিলে। লহঙা মই সকজাতৰ মানুহ হলেও মোৰ লাজ-হুকম আছে। তই সিহঁতৰ ঘৰলৈ নাযাবি। তই গাভৰু ছোৱালী, এইবিলাক ঘৰলৈ কিয় ?

লহঙা—আপুনি কাম কৰিব নোৱাৰে, দেহাৰে আৰ্জ্জিব নোৱাৰে। আইতা সকতে ঢুকাল। তেন্তে মই কাপোৰ বৈ কাপোৰ নেবেচিলে কোনে আপোনাক পোহপাল দিব ?

লঃ বাঃ—সেইটো সঁচা, লহঙা! তোৰ কাৰণে এতিয়াও খাব নাপাই মৰা নাই সঁচা; কিন্তু লহঙা, লাজ-হুকম চাবি।

লহঙা—মই একো অন্যায় কৰা নাই দেউতা। ইমান ডাঙৰ হঁলোহি নিজৰ লাজ-হুকমতো নিজেই ৰাখি আছো। মোৰ আৰু কোন সহায় আছে।

লঃ বাঃ—সেইটো স\`চা। কিন্তু আজি কেইদিন কতই কত কথা কয়। আজি আকৌ বজাৰৰ পৰা আহোঁতে বাপুদেৱে এনে কৰিলে। সেই কাৰণে কৈছো লহঙা! তই মোৰ বুঢ়া অৱস্থাত সম্বল, তই মোৰ আদৰৰ ধন। তোক এঠাইত গতাই মই চকু মুদিব পাৰিলে মোৰ আনন্দ! এই বুঢ়া অৱস্থাত মোৰ আৰু একো আশা নাই। লহঙা!

তই মোৰ কথা শুনিবি। সিহঁতৰ ঘৰলৈ নাযাবি। ইংৰাজী শিকা লৰাত বিশ্বাস নাই। (লহঙাৰ গা পিহি পিহি) নাযাবি।

লহঙা—দেউতা? (চকুপানী ওলায়)

লঃ বাঃ—তোৰ চকুপানী ওলাল কিয়?

লহঙা—আপুনি মিছাতে কিয় উতলা হৈছে? ডাঙৰ মানুহকে অপবাদ দিছে কিয়? বাপুদেউৰ লৰা ছোৱালীহাল বৰ সুন্দৰ। মোক কিমান মৰম কৰে। আপুনি আনৰ কথা শুনি মিছা সন্দেহ কৰিছে কিয়? দেউতা আপুনি শোৱক গৈ। মই সুতা কেইলেচা লওঁ।

লঃ বাঃ—লাজ হুকম চাবি লহঙা! মই বুঢ়াই আৰু কি কম?

[কাহি কাহি প্ৰস্থান]

লহঙা—দিনৰ লগে লগে মোৰ মনত কত ভাব খেলাইছে। যাওক! সক মানুহৰ এইবোৰ ভাব কিয়?

[আকৌ উঘা ঘূৰাব ধৰে]

(গীত)

সিপাৰৰ চৰাই ইপাৰ পালেহি
বাম বাম বেলিয়ে ভুমুকি দিলেহে;
ঘৰবে ৰাজহাঁহ পুখুৰীত পৰিল
বাম বাম ডুবৰি তিতিল নিয়ৰৰ জলেহে।

(আঁৰকাপোৰ)

# দ্বিতীয় অঙ্ক

## ১ম দৃশ্য

(লফাই এৰিপাত গোটাই পলু পুহি আছে, এৰিপাতবোৰ দি আছে। লগে লগে গায়)

বগা বগা পলু ঐ ওপৰলৈ উঠে

এৰিৰ পাততে লৰে চৰে।

সোণৰে জথলা ঐ বিধিয়ে সৰজিলে

দেখা নোপোৱা অন্ধলা নৰে।

অন্ধলা নৰে ঐ॥

(পিছ পিনৰপৰা চেনিৰামে আহি চকুত ধৰে)

চেনিৰাম—ক মই কোন ?

লফা—নকওঁ !

চেনিৰাম—কিয় ? কব নোৱাৰ ?

লফা—পাৰোঁ, কিন্তু মানুহে যে কয় যি গছৰ গুটি খাবি নাম নকবি।

(চেনিৰামে হাঁহি মাৰি এৰি দিয়ে)

চেনিৰাম—বাক লফা মাৰ বোপায়েৰ কলৈ গল ?

লফা—বোপাই গৈছে হাল বাবলৈ, মাই গৈছে মাছ মাৰিবলৈ।

চেনিৰাম—তই মাছ নামাৰ ?

লফা—মাৰোঁ, আজি মোৰ গাটো অসুখ।

চেনিৰাম—কি হৈছে ?

লফা—কব নোৱাৰোঁ।

চেনিৰাম—কেনেকৈ কাম কৰি আছ ?

লফা—কাম কৰিব পাৰিছোঁ দেখিহে কৰি আছোঁ। আজি পলুৰ পাত কেইটামান আনি দিবি।

চেনিৰাম—বাৰু আনি দিম। কিন্তু তই এতিয়া কাম কৰিব এৰি জ্বৰ লগৈ লফা!

লফা—কাম কৰিয়ে ভাল লাগে! তই কেটামান পাত আনি দে, চাচোন পলুবিলাকে ভালকৈ পাত খাবলৈ নাপাই পিট্‌পিট্‌কৈ ফুৰিছে। ময়ে আনিলোহেঁতেন। গা অসুখৰ কাৰণে এৰাবাৰীত সোমাব পৰা নাই।

চেনিৰাম—বাৰু মই আনো। ( যাব ধৰে আকৌ উভতি ) লফা, মই কিয় আহিছোঁ সেইটো সুসুধিলি ?

লফা—সুধিম বাৰু! তই পাত লৈ আহ। তই মোমায়েৰহঁতৰ ঘৰৰ পৰা আহিছ ?

চেনি—এৰ্ঁা। [ প্ৰস্থান। ]

লফা—( পাত দাবি চাবি গীত গায় )

ৰদৰে জিলিগুনি জোনৰে পোহৰ
তৰাৰ ভালুকি ভালুকি
আকাশে আকাশে মেঘ যে উৰিছে
কোৱা হৰিলে কোনে জানকী ?

(নিলগত চেনিৰামে গাই গাই এবিপাত লৈ আহে, হাতত দুটা ফুল।)

জীৱন কুমলীয়া লাৱনি মাউপিয়া
কিমান থাকিম চাই,
আউতাজ বছৰৰে গাৰে পিৰ্‌পিৰণি
আজিলৈ গুচা নাই।

( চেনিৰামৰ প্ৰৱেশ )

চেনি—দুটা ফুলো আনিছোঁ। বৰ ভাল দেখি নহয় লফা ? (এবিপাত থৈ) হ লফা, এই ফুল দুটা হ। মই খোপাত পিন্ধাই দিওঁ।

লফা—নালাগে ?

চেনিৰাম—দিওঁ। চাওঁ তোৰ মূৰটো। (লফাই হাঁহি মাৰি ওচৰ চাপে, চেনিৰামে লফাৰ মূৰটো কোলাত পেলাই লৈ ফুলটো পিন্ধাই দিব ধৰি গায়।)

( গীত )

লিহিৰী খোপাতে বাছকৰনীয়া ঐ
বাৰীৰে শুৱনি ফুল ;
বুকুৰে মাজতে চেনাই জলিছে
জলিছে তৰাৰে থল।

## ২য় দৃশ্য

( নবনাথ ভিতৰ সোমায় )

নবনাথ—ঘৰত আজি কেও নাই। লহঙাক কালি মাতি আহিলো, কিন্তু ইমান পৰেও নাহিল। ( এথন হেলনীয়া চকি আনি ) নাই একোৱে ভাল লগা নাই। ইমান পৰেও নাহিল। ( কিতাপ পঢ়িব ধৰে, ঘড়ীৰ পিনে চাই ) ক'তা ন'টা কেতিয়াবাই শেষ হল। কিন্তু—

( লহঙাৰ বাপেকে বাহিৰৰ পৰা মাতে। )

লঃ বাঃ—দেউতা আছে নে ?

নবনাথ—এয়া আহিছে। ( ডাঙৰকৈ ) আহ লহঙা মই কিবা কামত লাগি আছো, তই কটা সূতা আনিছ ?

( লহঙাৰ বাপেকে সূতা লৈ আহি সোমায় )

( নবনাথে লহঙাৰ সলনি লহঙাৰ বাপেকক দেখি বিৰক্তি ভাব প্ৰকাশ কৰি মুখ বিকটা-বিকটি কৰি এবাৰ কিতাপৰ পিনে, এবাৰ লহঙাৰ বাপেকলৈ চায় )

লঃ বাঃ—চাওক দেউতা। ( নবনাথে সূতা চায় ) বাক হব সৌৱা বেৰত পাতৰ সূতা আছে লৈ যা।

লহঙাৰ বাপেকে সূতা আনি )

লঃ বাঃ—আহিলো দেউতা ;

নৱণাথ—বাক ( লহঙাৰ বাপেকে যাবলৈ খোজ লওঁতে ) শুন

( লহঙাৰ বাপেকে উভতি চায় )

লঃ বাঃ—কি দেউতা ?

নৱনাথ—বাক একো নহয় ( অকলে ) লহঙাৰ কথা সুধিম নে ?

লঃ বাঃ—আজি ঘৰত জানো কোনো নাই ?

নৱনাথ—নাই, সকলোৱে গোসাঁনী দৰ্শন কৰিবলৈ গৈছে। আজি ভাত-পানী খোৱাই মিছা হৈছে।

লঃ বাঃ—কিয়, কিবা বজাৰ কৰিব যাব লাগিব জানো ?

নৱনাথ—নহয়, সেইবোৰ সকলো আছে ; কেৱল ঘৰত মাছ কুটা বাছন ধোৱা, কানি-কাপোৰ অতাঁই দিয়া—

লঃ বাঃ—কোনো লগুৱা নাই জানো ?

নৱনাথ—নাই থাকিব খুজিছিল মযে আকৌ দেউতা-হঁতৰ অসুবিধা হয় বুলি পঠিয়াই দিলোঁ। বাক যা।

লঃ বাঃ—মই অলপ থৰক-বৰকৈ সহায় কৰিব পাৰি-লোহেঁতেন। কিন্তু সিপিনেও অসুবিধা। আজি আকৌ লহঙাৰ জ্বৰ !

নৱনাথ—জ্বৰ !

লঃ বাঃ—কালিৰ পৰা জ্বৰ উঠিছে। আহিলোঁ দেউতা।

নৱনাথ—জ্বৰ উঠিছে ? বাক যা ?

[ লহঙাৰ বাপেকৰ প্ৰস্থান ]

নৰনাথ—( অকলে ) মানুহে পাঙে ঈশ্বৰে ভাঙে। ইমান কৈ ভাবি চিন্তি লৈ-মিলি আতাইকে গোসাই চাবলৈ পঠিয়ালোঁ, ভাবিছিলোঁ লহঙাক মাতি আনি আজি সকলো কথা ভাঙি কম। কিন্তু! লহঙা ইমান সুন্দৰী! কুমাৰী ছোৱালী! অজাতি! কিন্তু তাইৰ মধুৰ কণ্ঠ, সুন্দৰ গঢে মোৰ মনত কত ভাব তোলে! তাইৰ জ্বৰ হোৱা বুলি কলে! এবাৰ চাই আহিম! মনটো উগুল-থুগুল লাগিছে। জ্বৰ! লহঙাৰ জ্বৰ? [ প্ৰস্থান ]

## —৩য় দৃশ্য—

( লহঙা শোৱা পাটীত পৰি থাকে। বাপেক আছে )

লহঙা—সুতা দিলে দেউতা?

লঃ বাঃ—দিলে। এইয়া। তেওঁলোকৰ ঘৰত আজি কেৱল বাপুদেউৰ লৰাটো আছে।

লহঙা—তেওঁ কিবা কলে?

লঃ বাঃ—সেইবোৰকে কলে। তোৰ জ্বৰ হোৱা কথাও কলো। তই সিহঁতৰ ঘৰলৈ কাহানিও নাযাবি লহঙা! মই লৰাটোৰ কথা-বতৰা ভালপোৱা নাই।

লহঙা—আপুনি সদায় তাকে কয়। মানুহৰ ভাল বেয়াৰ লগত আমাৰ সম্বন্ধ কি? আমি কাপোৰ বেচি পইচা পালেই হ'ল।

লঃ বাঃ—এৰা কিন্তু সিদিনা যে বাপুদেৱে মোক কত কি কথা কৈছে !

লহঙা—এৰক সেইবোৰ কথা দেউতা ! আপুনি এতিয়া একো নাখায় নে ?

লঃ বাঃ—মই নাখাওঁ। কোমল চাউল তিয়াইছোঁ, তাকেই খাম।

লহঙা—(লাহেকৈ উঠিবলৈ চেষ্টা কৰি) কিয় দেউতা ? আপুনি বুঢ়া বয়সত দুটা সিজাই নাখালে অন্যায় কৰিব। মই লাহে লাহে দুটা ৰান্ধি দিওঁ, আপুনি খাওঁক।

লঃ বাঃ—নালাগে লহঙা ! তোৰ অসুখ গাৰে মোক ৰান্ধি দিব নালাগে। শুঠিবি ! অলপ শো !

লহঙা—আপুনি নোখোৱাকৈ থাকিব। কালি ৰাতিও খোৱা নাই। দুটা নাখালে আপোনাৰ শৰীৰ পৰি যাব।

লঃ বাঃ—কথাটো ঠিকেই কৈছ। তই যিটো ধৰিছ সেইটো নেৰ। বাৰু লহঙা ? তই শুই থাক। মই লাহে লাহে বজাৰলৈ গৈ মাছ-পুথি দুটা বিচাৰি আনো। দুটা লাহে লাহে মই নিজে ৰান্ধি খাব পাৰিম। তই শুঠিবি লহঙা।

(লহঙাৰ বাপেক যায়)

লহণ্ডা—দেউতাই যিটো সন্দেহ কৰিছে সেইটোৰ একো মূল্য নহলেও তেও মোৰ মনত কত ভাব তোলে। নৱনাথক চাবলৈ মনত ইমান উগুল-থুগুল লাগে। তেওঁৰ কথাষাৰ শুনিবলৈ এনে ইচ্ছা হয়। যাওঁক সৰু মানুহে ডাঙৰ কথা ভাবিলে কি হব। আকাশৰ জোনলৈ হাত মেলিলে কোনে ঢুকি পাব ? দেউতা বজাৰলৈ গ'ল। এই সুচলতে তেওঁৰ কাঁহীবাটিবোৰ ভালকৈ ধুই থওঁ ( উঠিব খোজে। বাহিৰত নৱনাথে মাতে—"লহণ্ডা" )

লহণ্ডা—( মনতে ) নৱনাথ নহয় জানো ? ( ফুটাই ) কোন ?

নৱনাথ—লহণ্ডা তোৰ জ্বৰ হৈছে ?

( নৱনাথৰ প্ৰৱেশ )

( মনে মনে ) উগুল থুগুল মনে কত কথা পাণ্ডে !
( ফুটাই ) লহণ্ডা তোৰ জ্বৰ উঠিছে ?
( নৱনাথক দেখি লহণ্ডাই উঠিব খোজে, কিন্তু উঠিব নোৱাৰি শোৱাপাটিত বহি ৰয় )

নৱনাথ তোৰ দেউতাৰ ক'ত ?

লহণ্ডা—বজাৰলৈ গৈছে।

নৱনাথ—( ওচৰ চাপি ) লহণ্ডা তোৰ জ্বৰ হোৱা শুনি বাওৰি লৰ আহিছিলোঁ। তোৰ বৰ জ্বৰ উঠিছে ?

লহঙা—নাই ।

নৰনাথ—( আৰু ওচৰ চাপি ) চাওঁ কেনে জ্বৰ ?

লহঙা—( অলপ আঁতৰি ) আপুনি দূৰলৈ যাওঁক ।

নৰনাথ—( থিয় হৈ ) লহঙা ?

লহঙা—মোৰ বাতৰি লবলৈ কিয় আহিছে ? আপোনাৰ মৰম বৰ দেখিছোঁ। মই এজনী সামান্য কুমাৰৰ ছোৱালী। মোৰ অসুখৰ বাৰ্ত্তা পাই লৰি আহিছে !

নৰনাথ—তোক বৰ ভাল লাগে লহঙা ! তই কুমাৰৰ ছোৱালী হলেও তোক ইমান ভাল লাগে !

লহঙা—ছিঃ, দেউতা আহিব । যাওঁক ! মোৰ একো হোৱা নাই। মই ভালে আছো ।

নৰনাথ—লহঙা তই মোক ভুৰা দিব খোজ ? তোৰ চকু মুখ ইমান ৰঙা পৰিছে ( লহঙাৰ গাত হাত দিব ধৰে )

লহঙা—ছিঃ, যাওঁক আমনি নকৰিব। নাযায় ?

( লহঙাই উঠি চলং-পলংকৈ যাব ধৰে )

নৰনাথ—মই আমনি হে কৰিলোঁ লহঙা ?

( লহঙাই আঁতৰি ভিতৰ সোমায়, নৰনাথ থৰহৈ টভক মাৰি ৰয় )

লহঙা ! তোৰ এনে অহঙ্কাৰ !

বাৰু মই আহিলোঁ [বেগে প্ৰস্থান]

( লহঙা আকৌ লাহে লাহে আহে )

লহঙা—তোমাক ইমান ভাল লাগে। কিন্তু—ই যে অসম্ভৱ। দুখীয়া ভিকহু কুমাৰৰ ছোৱালী মই! মোৰ এনে উচ্চ আশা? বামুণ আৰু অজাতিৰ মাজত দুৰ্ভেদ্য পাহাৰ; তাতে বংশ গৌৰৱ, ধন মানৰ হেঙাৰ! সেই হেঙাৰ, সেই দুৰ্ভেদ্য পাহাৰ পাৰ হৈ মোৰ কাৰণে আপুনি সমাজৰ নেওচা-কেওচা খাব কিয়? ই কোনো মতে হব নোৱাৰে!

( আকৌ শুই পৰে )

## ৪র্থ দৃশ্য

( গীত )

চেনিৰাম—

বতাহে চেঙায় মনে উকঙায়
মালতী লেৰেলি যায়,
আতিকে কুমলীয়া মোৰে সমনীয়া
কাহানি পলাই যায়।

মনৰ হাবিলাষ মনতে ৰল। লহঙা! তই আৰু মোৰ নহলি। জীৱন কুমলীয়া মোৰ! তোৰ বিয়া আনৰ লগত থিৰ কৰিলে। আৰু চাৰিদিন, তাৰ

পিছত—উস্! ভাবিলেও মন উতলা হয়? যাওঁ! আক নাথাকো, শেষবাৰ তোক চাই যাওঁ। এই মাহতলী! ইয়াতে লফাৰ লগত কত ৰং ধেমালি কত কথা বতৰা পাতিছিলো। তই আজিও ইয়ালৈ আহিবি, হয়তো চিৰকাল এনেভাৱে ইয়াতে কটাবি। কিন্তু মোৰ অৱস্থা! সোৰা আহিছে, মাহ তুলিবলৈ আটাইবোৰ আহিছে। এবাৰ লুকাই লফাক শেষবাৰলৈ চাওঁ।

( নৈৰ গৰাত লুকাই থাকে, গাভৰুসকলৰ গীত গাই গাই প্ৰবেশ )

( গীত )

পেলালে সৰিয়হ হাতৰ লাচি
ৰাম ৰাম হাতৰে লাচি
গজিলে সৰিয়হ পৃথিবী ঢাকি
ৰাম ৰাম পৃথিবী ঢাকি।
এপাতী সৰিয়হ দুপাতী হল
চাওঁতে সৰিয়হ তুলিবৰে হল
ৰাম ৰাম তুলিবৰে হল।

১ম গাভৰু—( লফালৈ চাই ) তই নাগাৱ কিয়?

লফা— ( নিমাত )

২য় গাভৰু—নামাতে কিয় জানিছ ? তাইৰ মনত বৰ দুখ।

১ম গাভৰু—থ, থ দুখৰ কথা। গাভৰু থাকোতে এজনলৈ মন যায়, আকৌ অইনৰ লগত বিয়া হলে সকলো পাহৰি যায়।

২য় গাভৰু—বিয়া মোহনৰ লগত থিৰ হলেই। আমাক ভালকৈ লাওপানী খুৱাবি লফা ?

১ম গাভৰু—এইৰ লগত আজি কথা কব বেয়া লাগিছে। একোৰে উত্তৰ নিদিয়ে। বাৰু বিয়াৰ দিনা ভালকৈ তল লবি। মই যদি যোৰা নামেৰে দৰা কইনাক নোপোতোঁ তেন্তে মই বাপৰ বেটী নহওঁ।

২য় গাভৰু—সোৱা গৰুবোৰে মাহ খায়, বল খেঁদো। তাতে মাহো তোলো।

(লফাৰ বাহিৰে আটাইবিলাক গাভৰুৰ প্ৰস্থান)

লফা—চেনাই ? তই কান্দি কান্দি ৰলি। কিন্তু তোক মই একো আশা দিব নোৱাৰিলো। কি কৰো, কেনি যাওঁ, মোৰ বিয়াৰপৰা কেনেকৈ ৰক্ষা পৰো। চেনাই ?— (চেনিৰাম লাহেকৈ ওলায়)

চেনিৰাম—লফা মোৰ চিন্তাতে আকুল! কিন্তু মোৰ কাৰণে মোৰ লফাৰ সকলো সুখ নষ্ট কৰিব

নোৱাৰোঁ। বিধিয়ে মোৰ কপালত যিহকে নিলিখক, কিন্তু লফাৰ বিয়া হ'ক। লফা সুখে থাকিলেই মই সুখ পাম।

(লাহে লাহে ওচৰ চাপি) লফা·

লফা—(উচাপ খাই উঠি) চেনাই? চেনাই? মোক ৰক্ষা কৰ! উস্ মোৰ বুকুত কিহে পুৰিছে!

চেনিৰাম—লফা! উতলা নহবি। মোৰ কথা পাহৰি যা। কপালত যি আছে সেয়ে হব।

লফা—তোৰ অবিহনত মই কেনেকৈ দিন কটাম!

চেনিৰাম—জানো লফা! কিন্তু বিধাতাৰ ইচ্ছামতেহে কাম হব। মই আজিৰ পৰা একেবাৰে আঁতৰিলো।

লফা—চেনাই! মোকো লৈ বল। মই খৰি বোচি শাক পাচলি বেচি তোৰ লগতে থাকিম।

চেনিৰাম—তোৰ মাৰ-বোপায়েৰে তই গলে কি কৰিব?

লফা—যি নকৰক চেনাই! আমি যে উৰণীয়া মৌ! আই-বোপাইৰ লগত চিৰকাল নাথাকোঁ। মোক এৰি নাযাবি চেনাই!

চেনিৰাম—(অকলে) কি কৰো! হে ঈশ্বৰ! যদি দুয়োকে একেলগে থাব নিদিয়া তেন্তে দুয়োৰো মনত এনে ভাব জগালা কিয়! লফা!

(চকুৰ পানী টুকি)

( গীত )

বিধিয়ে সবজিলে পকৰাৰ শাৰী,
লানি পাতি যায়,
আমি উৰণীয়া উৰিব নোৱাৰো
কি যে লিখিলে কণা বিধতাই !

( লৰা কেইজনমান আৰু মোহনৰ প্ৰবেশ )

১ম লৰা—মই কোৱা কথা সকলো সঁচা। তই ভালকৈ চকু নাৰাখিলে তাই পলাব।

মোহন—কি কব ! তাই কলৈ যায়, কেনি যায়, কি কৰে সকলো মই এই কেইদিন চকু ৰাখিছো। তাই কোনো মতে পলাব নোৱাৰে।

২য় লৰা—বিয়াটো কোনোমতে হৈ গলেই লেঠা মৰে। কিন্তু বিয়াত লাওপানী সৰহকৈ ঠিক কৰ। লফাৰ নিচিনা গুৰনি গাভৰু আৰু কেইজনে পাইছে ?

( চেনিৰামে গীত গায় )

মোহন—হেৰৌ, গীত গোৱাটো চেনিৰাম নহয় জানো ?

১ম লৰা—এৰা, মই কৈছো নহয়। পাইছেহি এই ঠাই।

মোহন—মনে মনে শুনচোন কি কয়।

( সকলোকেইটাই কাণ পাতে )

লফা—চেনাই, মোকো লৈ বল। তই য'তে থাক ত'তে থাকিম, এতিয়াই লৈ ব'ল।

( আটাই কেইজনে চকুৰ ঠাৰ দিয়ে )

মোহন—শুনিছ ভাইহঁত ? তহঁতৰ এজনে গৈ তাইৰ বাপেকক মাতি আন।

১ম ল'ৰা—যা ৰাম সিং ! তই গৈ তাইৰ বাপেকক মাতি আন। আমি আটাই কেইজনে বলেৰে আজুৰি আনো।

[ ৰামচিঙৰ প্ৰস্থান ]

মোহন—সহায় কৰিবি।

১ম ল'ৰা—নিশ্চয় সহায় কৰিম। আমি থাকোতে তাইক পলুৱাই নিব নে ? কিন্তু লাওপানী !

( আটাই কেউজনে ওচৰ চাপে )

লফা ! তোক মাতিছে ব'ল ( লফাই নামাতে ) ব'ল৷

লফা—মই মাছ তুলিবলৈ আহিছো।

মোহন—নালাগে মাছ তুলিব।

১ম ল'ৰা—মাছ তুলিবলৈ আহি পিচে চেনিৰামৰ লগত কিয় ?

লফা—( খঙেৰে চাই থাকে )

মোহন—খং কৰিলে কি হব ? ব'ল বোপায়েৰে মাতিছে। সৌৱা বোপায়েৰ আহিছেও

লফা—নাযাওঁ ।

মোহন—নাযাওঁ বুলি কলেই হব ?

( লফাৰ বাপেক আৰু ৰামসিঙৰ প্ৰবেশ )

ৰামসিং—ধৰ কি চাই আছ ? বোপায়েকেও বল কৰি নিৰ দিছে । তাইৰ কথামতে হব নে ?

জেঠু—ব'ল লফা ! মাৰে তোৰ বিয়া ঠিৰ কৰিছে ।

( লফাই নামাতি থাকে ; ৰামসিঙে হাতত ধৰি )

ব'ল, ইয়াত ৰোহ পাতি থাকিলে নহয় ।

( টানি লৈ যায় । )

জেঠু—হ'ল বুলি খাবলৈ নোপোৱা, ফেলফেন্দুৱা, আগলৈ চালে পাছলৈ নোহোৱাত গতাব পাৰিবনে ?

[ প্ৰস্থান ]

চেনিৰাম—(থৰ হৈ চাই থাকি ) কি কৰিম ? সিহঁত বহুত, মই অকল । তত্নুপৰিও বাপেকে সমূলি মান্তি নোহোৱাত মোৰ কি স্বত্ব আছে ? লফা !—

বুকুৰে চেনাই শতুৰে লৈ যায়

শতুৰে লৈ যায় কাঢ়ি ।

মনৰে অগনি হিয়াতে জ্বলিছে

ক'তবা মৰোগৈ পৰি ।

## —৫ম দৃশ্য—

নবনাথ—সকলো স্পষ্ট, ইয়াতকৈ আৰু কি অপমান হব পাৰে ? অজাতী ভিকহু ছোৱালী এজনীৰ এনে উপলুঙা !

( বাপুদেউৰ প্ৰবেশ )

বাপুদেউ—পৰীক্ষা শেষ হৈছে। এতিয়া তুই এজন চাহাবক দেখা কৰি কামকে বিচাৰ।

নবনাথ—মই কাম নকৰো দেউতা !

বাপুদেউ—তেন্তে কি কৰিবি ?

নবনাথ—মই মনতে পাতিছোঁ। কিতাপ লিখি ছপাম আৰু প্ৰেছ এটা চলাই এখনি ভাল বাতৰি কাকত উলিয়াম।

বাপুদেউ—তোৰ মূৰ কৰিবি ? সেইবোৰলৈ টকা ক'ত ? আৰু টকা হলেও অসমত সেইবোৰৰ প্ৰচলন কিমান ? মই এই দুটা চকুৰে কত বাতৰি কাকত আলোচনী দেখিলো ; সকলোবোৰ কেইদিনমান ওলাই আকৌ লোপ পায়।

নবনাথ—হক তেওঁ মই চেষ্টা কৰি চাম।

বাপুদেউ—সেইবোৰ এৰ। বৰ্ত্তমান তোৰ বিয়া থিৰ কৰিছো। বিয়া শেষ হলেই কাম বিচাৰি ল।

নৱনাথ—বিয়া !

বাপুদেউ—এৰা, চক্ খালি যে ! মানুহে নকৰা কামৰ কথা কোৱা নাই। মই বসুদেউ উকীলৰ ছোৱালীৰ লগত বিয়াৰ সকলো থিৰ কৰিছোঁ। মই আহিলো। বিয়াৰ কত কি খৰচ লাগিব হিচাব কৰি এখন কাকতত লিখিবি। মই ভাবি চাম।

[ প্ৰস্থান ]

নৱনাথ—বিয়া ! বসুদেউ উকীলৰ জীয়েকৰ লগত বিয়া ! এ দিনাও যাক দেখা নাই। যাৰ ৰূপ-গুণৰ বুজ পোৱা নাই তাৰ লগত চিৰদিনৰ সম্বন্ধ !

( ভাবি যাব ধৰে,এনেতে লহঙাই আহে ; নৱনাথে ভাবি ভাবি-গৈ লহঙাৰ গাত পৰিব ধৰে। হঠাৎ চক্ খাই )

লহঙা ইয়ালৈ কি ভাবি ?

লহঙা—মোৰ অসুখৰ কাৰণে কাপোৰ বব পৰা নাই। দেউতাও বুঢ়া। ঘৰত খাবলৈ একো নাই। কেইট'-মান পইছা—

নৱনাথ—পইছা ? কাপোৰ দিলে পইছা পাবি।

লহঙা—নাই ! আজি কেৱল সহায় কৰক। মই অলপ দিনতে কাপোৰ আনি দিম।

নৱনাথ—নাই ! অসম্ভৱ ! লহঙা, তই মোৰপৰা একো আশা কৰিব নোৱাৰ। তই গুচি যা ! একোৰে বাট ৰখা নাই। সামান্য কুমাৰী ছোৱালী !

( বেগে ঘৰ সোমায় )

লহঙা—উস্! ক'লৈ যাওঁ। বুঢ়া দেউতাক কালিও ভাত দিব নোৱাৰিলো, আজিনো কেনেকৈ লঘোনে থাকিব? ইমান আশা কৰি আহিছিলো!

( লাহে লাহে যায়. অলপ পিচত নৱনাথৰ প্ৰৱেশ )

নৱনাথ—লহঙা। ( অকলে কি ভুল কৰিলো। লহঙাই কেতিয়াও সহায় বিচৰা নাছিল। কেৱল আজি! মুহূৰ্ত্তে। কিন্তু মই কি কৰিলো! ভুল! পৰ্ব্বত সমান ভুল! লহঙা! লহঙা!

( বেগাই প্ৰস্থান। আকৌ লাহে লাহে সোমায় )

তাই অজাতী ছোৱালী! তাইৰ মনো অতি সামান্য! সেই কাৰণে মোৰ সন্মান নাৰাখিলে। কিন্তু মই কি কৰিলোঁ। তাই খাবলৈ নাপাই কেটামান পইছাৰ নিমিত্তে আহিছিল। দানৰ কাৰণে নহয়, আকৌ পৰিশোধ কৰো ভাবি; কিন্তু মই দূৰ দূৰ ছেই ছেই কৰি কৰিলোঁ। মোৰ মহত্ত্ব! মোৰ শিক্ষা! ( আকৌ লহঙাৰ প্ৰৱেশ। ততালিকে ওচৰ চাপি ) লহঙা! লহঙা! আহিছ! ধৰ এই ৰূপ টকা নে! মই ভুল কৰিছো। ( টকাটো আগ বঢ়ায় )

লহঙা—( টকা নলৈ ) আপোনাৰ কাগজ এখন সিদিনা পেলাই থৈ আহিছিল। মই পাহৰাতে দিব নোৱাৰিলো। ধৰক। ( এটা চিঠিৰ খাম আগবঢ়ায়।

নৱনাথ—লম। লহঙা! তই টকাটো ল।

লহঙা—এইখন কাগজ। আহিলো।

( চিঠিৰ খামটো থৈ যাব ধৰে, নৱনাথে টকাটো লৈয়ে থাকে )

নৱনাথ—লহঙা ! ( অলপ পৰ লহঙা যোৱা বাটলৈ চাই থাকি )

কাৰ ভুল ? লহঙাৰ নে মোৰ ?

( আঁৰকাপোৰ )

# তৃতীয় অঙ্ক

## —১ম দৃশ্য—

[ লহঙাৰ ঘৰ ]

( গীত )

লহঙাৰ বাপেক :—

হৰি হাসি বাঁশী বায়, বঙ্কিম নয়নে চায়
শিথিল গমনে ধায় ঝুৰয় নুপুৰ পায় ॥

পদ

ৰূপে ভুবন মোহে গলে গজমতি লোহে
অলক তিলক শোহে বাছুৰ চাৰিত্তে ৰোহে।
ঈষত মধুৰ হাস শোহে তনু পীত বাস
কহয় মাধৱ দাস হোৰ প্ৰভু মোহ পাশ।
কলৈ গল ? ইমান পৰেও নাহিল। (আকৌ গায়)

লহঙাৰ প্ৰবেশ

লঃ বাঃ—পালি, আনিছ ?

লহঙা—নাই। কোনোৱে নিদিয়ে।

লঃ বাঃ—কোনোৱে নিদিয়ে ? লহঙা, উস্ মোৰ যে ভোকতে পেটে কলমতিয়াইছে, কৰবাৰ পৰা অলপ অচৰপ আনি বুঢ়া বাপেৰক ৰাখ।

লহঙা—( নিমাত

লঃ বাঃ—চাই ৰলি কিয় ? লহঙা আজি দুদিন লঘোন। গাটোৱে থৰক্ বৰক্ কৰিছে।

লহঙা—দেউতা ! ( কান্দে )

লঃ বাঃ—আন কতো ধন নাপায় যদি দোকানৰ পৰা কালিয়নে আন।

লহঙা—কালিয়নে কিয় দিব ? দুই তিনিখন দোকানত যেন পাচ দহ টকা ধাৰ আপুনি কালিয়নে অনা পৰিশোধ কৰিব পৰা নাই।

লঃ বাঃ—কিবা এটা উপায় কৰ। দুটামান খালে আকৌ দিনচেৰেক টঙাই উঠিব পাৰোঁ।

লহঙা—( অকলে ) কি কৰোঁ, কোনটো নাকেৰে বা আকৌ ধাৰ টকালৈ আহোঁ। আন কাৰো তাত নাপালোঁ। বজাৰলৈ গলেও যে কত মানুহে ঠাট্টা মস্কৰা কৰে।

লঃ বাঃ—লহঙা চাই ৰলি যে ? কিবা উপায় কৰ। মোৰ মূৰ ঘূৰিছে।

লহঙা—দেউতা ! ( কান্ধত ধৰি কান্দে )

## —২য় দৃশ্য—

( চেনিৰামৰ প্ৰৱেশ )

( গীত )

চেনিৰাম —

সাজিলোঁ বাহ ধুনায়া কৰি ঐ
　　গোটালো পাত এটি এটি কৰি
কৰবাৰে পৰা কুকুৰা এছাটি আহি
　　ভাঙিলে বাহ চূৰমাৰ কৰি ?

গ'ল—কেৱল এটা নিশা ! সেয়ে সকলো থিৰ । কৰিলে মোহন ! তই মোৰ কোন কালৰ কাল শতৰু আছিলি ? কিয় মোৰ বুকুৰ লফাক আজুৰি নিলি । বিয়া কৰিলি । উস্ মই কি কৰোঁ, কলৈ যাওঁ ? ক'ত মৰোঁ !

( দূৰৈৰ পৰা গীত শুনে )

টকা, পেপা, গগনা লৈ ( গীত )

নাচোঁতে নাচোঁতে　　ভৰিয়ে বিহাল ঐ
　　হাত বিহাল কেনে কৰি ।
মনৰে কথাকে　　কবকে নোৱাৰিলোঁ
　　চেনাই বা গ'ল কতনো মৰি ॥

( কেইটামান লৰাৰ প্ৰৱেশ )

১ম সমনীয়া—সৌৱা চা, চেনিৰামে বলিয়াৰ দৰে ভাবি আছে।

২য় সমনীয়া—ভাবি থাকিলে কি হব। যাৰ বস্তু সি লৈ গল (চেনিৰামলৈ চাই) পিচে তোৰ লফাক দেখো মোহনে বিয়া কৰালেই।

চেনিৰাম—( নিমাত )

২য় সমনীয়া—নামাত দেখোঁ, কেৱল লফা, লফা: পিচে লফাই দফা শেষ কৰিলে।

চেনিৰাম—লফাক নিলে মোৰ কি হ'ল? লফা মোৰ কোন?

২য় সমনীয়া—কবি তো এতিয়া! তাকে নকৈ কি কবি? আগে হলে কেৱল লফা, লফাৰ লগতে কথা বতৰা। হাঁহি ধেমালি! মাছ মৰা, আম জাম বোটলা।

চেনিৰাম—( অলপ পৰ ৰ লাগি চাই থাকি ) মোৰ বিহুতলী! মাহতলী! আজিৰ পৰা সকলো এৰিলো।

১ম সমনীয়া—বলিয়াৰ দৰে চাই থাকিলে নহয়। লফাৰ কথা ভাবিছ নহয়?

চেনিৰাম—তাইৰ কথা মই কিয় ভাবিম? মই ভাবিছোঁ মোৰ কথালৈ। মই পাজি যাম।

১ম সমনীয়া—কলৈ ঔ ? লফাৰ শোকতে কৰবাত মৰিবি নেকি।

চেনিৰাম—তাইৰ কথা আৰু নকবি। তাই মোৰ কেও নহয়। আজি তাই পৰৰ তিৰোতা। পৰৰ তিৰোতা লৈ কথা বতৰা কোৱা অন্যায়। মই আজি নগৰলৈ যাম। তাতে এটা কাম পালে কৰিম।

১য় সমনীয়া—কি কাম কৰিবি ঔ ?

চেনিৰাম—কাৰোবাৰ লগুৱা, নাইবা আন কিবা পালে। আহিলোঁ সমনীয়াহঁত। তহঁতক বহুদিন আমনি দিছিলোঁ। মোক ক্ষমা কৰিবি দে। আহিলোঁ।

( প্ৰস্থান )

[ আটাই কেউজন সমনীয়াই গীত পায় ]

"পিৰীতি কিটটোনো          নুবুজো মইনা
মিছিৰি পিৰীতি কিনো
হিয়া দেই পুৰি          তুঁহ জুই জলে
তোক পাবলৈ জুনু ॥"

২য় সমনীয়া—চেনাইৰ পিৰীতি লাগিল, পিৰীতি ভাঙিল। বল বল মোহনৰ পৰা আৰু এদিন লাওপানী আদায় কৰিব লাগিব।

( গীত গাই গাই প্ৰস্থান )

## —৩য় দৃশ্য—

### নৈৰ পাৰ

নৱনাথ—সকলো পাহৰিম। সামান্য অজাতি কুমাৰী ছোৱালীয়ে মোৰ মনত নানা তৰহৰ ঢৌ তুলিলে। কিন্তু আৰু নহয়। ইপিনে আকৌ দেউতাই বিয়া কৰা, বিয়া কৰাকৈ বৰকৈ টনা-আজোৰা কৰিছে। বিয়াখন যেন গৰুৰ পঘা হে। যেতিয়া গৰখীয়াৰ ইচ্ছা পৰে তেতিয়াই ডিঙিত আৰি দিয়ে।

(লহঙাই কাপোৰ ধোৱা পাত এছটা মূৰত লৈ কাপোৰ ধুবলৈ আহে। ওচৰ পাই হঠাৎ নৱনাথক চকুত পৰা দেখি থমক খাই ৰয়)

নৱনাথ—লহঙাই কাপোৰ ধুবলৈ এই ঘাটলৈ আহিছে। এই ঘাটলৈ আজি কিয় ? তাইতো এই ঘাটত কেতিয়াও কাপোৰ নোধোৱে। আহিলেই বা, মোৰ তাত কি ? কিন্তু তাইক আজি ভাল শিকনি দিম। ময়ো যে মান ৰাখিব পাৰোঁ ভালকৈ জনাম। যাওঁ, তাইৰ আগেৰে যাওঁ, কিন্তু নামাতো।

(ততালিকে উঠি এখোজ দুখোজ কৰি আগ বাঢ়ি লহঙাৰ কাগেৰে যায়)

লহঙা—আপুনি ফুৰিব আহিছে ?

(নবনাথে তাইলৈ আওকাণ কৰি খংমুৰাকৈ কথা নকৈ আঁতৰ হয়। লহঙাৰ মুৰৰ পৰা পাতছটা পৰি যায়।)

লহঙা— (পাতছটা তুলি লৈ, অকলে) মোক কিয় মাতিব? মই যে সিদিনা মান অপমান বোধ কৰি তেওঁ দিয়া টকা ওভোতাই দি আহিছোঁ।

(কাপোৰ খুৰ ধৰে)

(নবনাথৰ প্ৰবেশ)

নবনাথ—চঞ্চল মন? লাজ অপমানো নুবুজ! সকলো কাতি কৰি থৈ গলোঁ। কিন্তু দুখোজ নাযাওঁতে আকৌ উভতিবলৈ ইচ্ছা হ'ল। লহঙাক তো অইন সময়ত এনে ভাৱে কথা কবলৈ অকলে নাপাম। লহঙাই মোক অপমান নকৰি কাক অপমান কৰিব? মই যে লহঙাক ভাল পাওঁ, মৰম কৰোঁ। ভাল পোৱাত মান অপমানক বোধ কিয়? (লাহে লাহে ওচৰ চাপি)

নবনাথ—লহঙা?

লহঙা—আপুনি মোক ক্ষমা কৰক।

নবনাথ—তই একো ভুল কৰা নাই লহঙা? তোক মই কি ক্ষমা কৰিম। লহঙা তোৰ গা ভাল হৈছে? এতিয়াও মুখ শুকান কিয়? তোৰ গা অসুখেৰে কাপোৰ খুৰ আছিছ?

লহঙা—কি কৰিম ? কাপোৰ মুধুলে কোনে ধুই দিব ? আকৌ ঠিক সময়ত দিব নোৱাৰিলে কত গালি শপনি !

নৰনাথ—(ওচৰ চাপি বহি) বহুদিন তোৰ গীত শুনা নাই লহঙা !

লহঙা—দুখীয়াৰ মুখত গীত কেতিয়া ওলায় ? সিদিনা দেউতাই লঘোনে থাকি হাহাকাৰ লগাইছিল। তেহে আকৌ দোকানৰ পৰা কালিয়নে আনি ভাত পানী খাইছোঁ। কিন্তু চাৰি দিনতে ধন দিব নোৱাৰিলে—

নৰনাথ—বুজিছোঁ লহঙা! বাৰু তহঁতৰ কিমান ঋণ দিব লগীয়া আছে ?

লহঙা—কব নোৱাঁৰো। দেউতাই আগৰে পৰা দোকানৰ বস্তু কালিয়নে আনি থাকে। দেউতা এতিয়া খোজ কাঢ়িব নোৱাৰাতহে—

(লহঙাই এখন কাপোৰ ধুই মেলি দিব ধৰে)

নৰনাথ—লহঙা! তোক যেতিয়া যি লাগে মোৰ পৰা নিবি। তই বেয়া নেপাবি (লহঙাই নৰনাথলৈ চাই থাকে) তই থৰ হৈ চাই থাকিলি কিয় ?

লহঙা—আপুনি এনে উদাৰ, এনে দয়ালু ?

নৰনাথ—মনে মনে থাক লহঙা (ওচৰ চাপি) মনে মনে থাক। মই তেনে একো নহয়। মই এইবোৰ

দিব খুজিছো, কাৰণ মই তোক বৰ ভাল পাওঁ। মৰম কৰোঁ। মোৰ যে ইয়াত স্বাৰ্থ আছে। লহঙা! (হাতত ধৰি) লহঙা! তই ধুবুনী ছোৱালী কিয় হলি?

লহঙা! (নামাতে)

নৰনাথ—সঁচা কৈছো লহঙা। তই মোক বলিয়া কৰিলি। তই এবাৰ মোৰ কোলাত মূৰ থ। ইয়াত কোনো নাই। এই ঘাটলৈ প্ৰায় কোনো নাহে (লহঙাৰ হাতত ধৰি নৰনাথে বহি) স্বৰ্গীয় দান! লহঙা! তই মোৰ ইহ জীৱনৰ লগৰী, পৰজীৱনৰ মুক্তি?

(ততালিকে লহঙাই হাতখন কোচাই নি)

লহঙা—এৰি দিয়ক। মোক ক্ষমা কৰক। মই সকলো পাহৰিছোঁ।

নৰনাথ—লহঙা! তোক কি ক্ষমা কৰিম?

লহঙা—মই অজাতী কুমাৰণী ছোৱালী নীচ জাতি।

নৰনাথ—নীচ জাতি! অজাতি! কিন্তু লহঙা তোৰ মন বৰ ডাঙৰ? তোৰ ৰূপ—নাই, নাই লহঙা তই স্বৰ্গীয় অপেচৰা।

লহঙা ছিঃ তেনে কথা নকব; আপুনি গোসাঁইৰ লৰা। আপুনি কত ডাঙৰ ঘৰত বিয়া কৰাব পাৰিব।

মোলৈ চকু দিয়ে কিয় ? তেনে কবি সমাজৰ নেওচা খাব কিয় ?

নবনাথ - সেইবোৰ এৰ। কেৱল মই এটা কথা সোধো তাৰ উত্তৰ দিবি ?

লহঙা—কি ?

নবনাথ—ক। তই উত্তৰ দিবি ?

লহঙা— পাৰিলে দিম।

নবনাথ—আজি এই নিৰল ঠাইত ক লহঙা তই সচাঁকৈ মোক ভাল পাৱ ?

লহঙা—( আনপিনে মুখ কৰি তলমুৰা কৰি থাকে )

( নবনাথে চাই থাকে )

নবনাথ—ক লহঙা।

লহঙা— মই কবলৈ হলে—

নবনাথ—বলি কিয়, ক।

লহঙা—কব নোৱাৰো সচাঁকৈ কিয়—

নবনাথ—ক ভয় নাই, কেও নাই।

লহঙা—আপোনাক বৰ ভাল লাগে।

নবনাথ—লহঙা! লহঙা! আজি তই মৰুভূমিত শান্তি বাৰি ঢালিলি।

( ততালিকে আগত দৃশ্য পটি )

(গীত)

চেনিৰাম—

পচিম দিশতে বেলিয়ে লহিয়ায়
চৰাই উৰি যায় সিপাৰে।
বুৰ্বো বুৰ্বো বেলি চাই চকু মেলি—
সমনীয়া ক'তবা আছেহে হে।

নগৰৰ ভিতৰত বাকচ বনীয়া বস্তু। ধুনীয়া ধুনীয়া ঘৰ। কিন্তু ক'তা মোৰ পঁজাটোলৈ মনত পৰিছে কিয়? মোৰ লফাৰ কথা ইমান জ্বলি উঠিছে। লফা! নাই মই তোক সমূলি পাহৰি যাওঁ।

(নবনাথৰ প্ৰৱেশ)

নবনাথ—আনন্দ! আজি মোৰ মনৰ গতি কোনে বুজে। (হঠাৎ চেনিৰামক দেখি) কি অ তই আমাৰ তালৈ হুচৰি গাবলৈ আহিছিলি নহয়?

চেনিৰাম—এৰা।

নবনাথ—তোৰ লগৰবিলাক ক'ত? আৰু সেই ভাল গীত গোৱা ছোৱালীজনী?

চেনিৰাম—সেইবিলাক আৰু মুস্থুধিৰ।

নবনাথ—কিয়? তই এতিয়া কলৈ যাব?

চেনিৰাম—কৰবাত কাম বিচাৰি। দেউতা ইয়াত কতো কাম পায় জানো ?

নৰনাথ—তই কি কাম কৰিবি ?

চেনিৰাম—চাকৰ থাকিব পাৰোঁ। নাইবা কাৰো বাৰী ঘৰ ভাগ কৰা খেতি কৰা হৈও থাকিব পাৰোঁ।

নৰনাথ—তেনে মানুহ এটি আমাক লাগিছিল। আমাৰ বাটত খেতি আছে। তাৰ পৰা মাজে সময়ে ধানপাত আনিব লাগে। আৰু ইয়াত বাৰী ঘৰ ভাঙ্গ কৰিব লাগে।

চেনিৰাম—তেনেহলে দেউতা ময়ে থাকিলোঁহেতেন।

নৰনাথ—তই কিমান টকাত থাকিবি ?

চেনিৰাম—যি দিয়ে।

নৰনাথ—বাৰু বল। দেউতাৰ লগত কথা হওঁ গৈ। তই ভালকৈ ধান কাটিব জান ? ভাৰ বব পাৰ ?

চেনিৰাম—পাৰোঁ।

নৰনাথ—বাৰু বল।

[প্ৰস্থান]

## —৫ম দৃশ্য—

[ লফাই কাষত কলহ লৈ পানী আনিবলৈ যায়। ]

( গীত )

গুণ গুণ কৰি কোনে গীত গায়
গুণৰে সমনীয়া নাই,
কোন কাহানিয়ে আম বুটলিছিলোঁ
আজিও পাহৰা নাই।

( মোহনৰ প্ৰবেশ )

মোহন—তই সেইবোৰ কি গাই থাক ? যা পানী আনি ভাত বহাবি। মই মৌজাদাৰৰ তালৈকে যাব লাগে। খাজনাৰ লেঠাতো মাৰি আহোঁ।

লফা— ( নিমাত )

মোহন—থিয় হৈ ৰলি কিয়, ততাতৈয়া কৰ ; তই আজিলৈকে ভাত ৰান্ধিব নিশিকিলি।

লফা— ( নিমাত )

মোহন—দহ আষাৰকৈ যদি এষাৰ মাত পায়। যিমানেই কোলাত লওঁ, ভাল কথা কওঁ, সিমানেই আসৈ পাই যি পায় তাকে কৰে। ( প্ৰকাশ্যে ) থিয় হৈ নাথাকিবি। পানী আনি ভাত বহাহি।

[প্ৰস্থান]

লফা— (কলহটো থৈ ওচৰত গুলঞ্চী এডালৰ সৰি থকা ফুলবোৰ গোটাব ধৰি)—

ফুলকে গোটাম লাখে লাখে
মানুহকে মাতিব অমাতে -
মাহতলীতে মাহ তুলিম
গাম কতনো গীত হে।

(মোহনৰ আকৌ প্ৰবেশ)

মোহন—তই পেনপেনাই গীত গাই থাকিলেই হ'ল নে? অলপ যদি লাজ হুকম আছে। মোক হাৰাশাস্তি কৰিলেহি। আহিবৰ দিন ধৰি গিৰি খালিছি। (হাতত ধৰি) বোলো পানী আনিবি নে নাই?

(হাতত থকা পাচনিৰে কোব মাৰে)

লফা—(কান্দি কান্দি) আনোঁ। (খঙেৰে) অলপ যদি সুখেৰে থাকিব পাৰ। (খঙেৰে প্ৰস্থান)

মোহন—পেনপেননি শুনোতে আমনি লাগিল। কি জলা জুই ঘৰত সুমুৱালোঁহি। আগেয়ে এনে জনা হলে। একেৰাৰ ভাল কথা নাই। হাঁহি-ৰং ধেমালি নাই। দিনে ৰাতি লফাই কান্দি কান্দি পানী লৈ যায়, তলমূৱা পেনপেননি আৰু ক'লা মুখ। (লফাই পানী আনি প্ৰবেশ) (লফাক দেখি) যা সোনকালে ৰান্ধগৈ (আওকনীয়া ভাবে লফাৰ প্ৰস্থান) কিন্তু আগেয়েটো তাই এনে নাছিল। মইতো সকৰে পৰা তাইক দেখিছোঁ। [প্ৰস্থান]

# চতুৰ্থ অঙ্ক

## —১ম দৃশ্য—

( ঘৰৰ চোতালত বহি নবনাথে চণ্ডীদাস প'ঢ় থাকে )

নবনাথ—( কিতাপ চাই ) সেই এদিন! ৰামী ধুবুনী ছোৱালী আছিল। চণ্ডীদাসে তাইক কবিতাৰে জগতত অমৰ কৰিলে। কিন্তু মইতো চণ্ডীদাস নহয়। মোৰতো কবিতাৰ শক্তি নাই, ধৰ্ম্মৰ সূক্ষ্ম জ্ঞান নাই, তেন্তে কি সাহেৰে মই সমাজৰ ৰীতি ডেৱাই গৈছোঁ? যদি লহঙাক আজি মই গ্ৰহণ কৰোঁ তেন্তে সমাজত যে খলক লাগিব। নিকপ-কপীয়া হিন্দুৰে—উস্—হিন্দু—হিন্দু!

( কিতাপখন থৈয়ে ওতালিকে উঠি গুচি যায় )

( বাহিৰত ) "খৰি লবি?"

( নবনাথৰ আকৌ প্ৰবেশ )

নবনাথ—জাতিভেদ! কঠোৰ বাধোঁন! আক

( বাহিৰত )—"খৰি লবি?"

( চেনিৰামৰ প্ৰবেশ )

চেনিৰাম—দেউতা খৰি লব? ক্লোমোৱা মিকিৰণীয়ে খৰি আনিছে।

নবনাথ—বাক ল। ভিতৰৰ পৰা পইচা আনি দে।

চেনিৰাম—লব ৰবি। ভিতৰ চোতাললৈ আহ।

(চনিৰামে পইচা আনিবলৈ যায়)

নবনাথ—ডাঙৰ ভুল! হিমালয়ৰ সমান ভুল! এয়ে হিন্দুক সৰ্ব্বনাশ কৰিব। (আকৌ চণ্ডীদাস পঢ়িব ধৰে)

(পিঠিত খৰি লৈ লফাৰ প্ৰবেশ)

নবনাথ—কিমান দৰ কৰিছ?

লফা—চাৰি অনা।

নবনাথ—চেনিৰাম! পইছা চাৰি অনা আনি দে।

(চণ্ডীদাস পঢ়ি পঢ়ি ভিতৰলৈ যায়)

লফা—চেনি! সেই সুন্দৰ নামটো আজিও কিমান মিঠা! চেনাই তই বা আজিকালি ক'ত?

(চেনিৰামে পইচা লৈ আহি ততালিকে)

চেনি—"হো।"

(হঠাৎ লফাৰ মুখলৈ চাই লফাক চিনি পাই থৰ হয়। হাতৰ পইচা পৰি যায়।)

"লফা—"

(লফাই ততালিকে মুখ ঘুৰাই গোঁ গোঁ কৰি গুচি গৈ দূৰৈত)

লফা—ঈশ্বৰ! আকৌ কিয়? মই যে আনৰ।

[প্ৰস্থান]

চেনি—( পইচা কেইটা বুটলিব ধৰি ) লফা ! উস্ আজিও
মোৰ সেই লফা !

নবনাথ—খৰি নললি ?

চেনি—( নামাত্তে )

নবনাথ—খৰি নললি ; তাই কলৈ গ'ল ।

চেনি—জানো ! পইচা অনাত পলম হোৱাৰ কাৰণে
তাই গুচি গ'ল, বাক যাওক । দেউতা আকৌ
আন আছিব নহয় ।

নবনাথ—বাক যা । ( চেনিয়ে লাহে লাহে গৈ দুৱৈত )

চেনি—হৰি ! উস্ ! [ প্ৰস্থান ]

নবনাথ—লাহে লাহে স্বাধীনভাব, মুকলিমুৰীয়া স্বভাৱ
লোপ পাব ধৰিছে, ৰীতি নীতি কু-সংস্কাৰৰ বাধোঁনে
সকলোপিনে চেপি ধৰিলে । ইমান হেঁচা, ইমান
বিধি-পথাপি চেৰাই মই জানো লহঙাক মোৰ কৰিব
পাৰিম ? সমাজ ! ধৰ্ম্ম ! ( উতলা হৈ প্ৰস্থান )

## —২য় দৃশ্য—

( মোহনে নাঙল কান্ধত লৈ হাতত পাচনি )

মোহন—কথাটো ভাবো মানে আওপাকে যায় । মোৰতো
বিশ্বাস নহয় । কিন্তু তিৰোতাৰ মন বুজা বৰ টান ।
বল কৰি বিয়া কৰালোঁ সঁচা, টকাৰে বাপেক-

মাকক ভুলালোঁ। সঁচা কিন্তু তাইৰ মন টলাব নোৱাৰিলোঁ। কানি-কাপোৰ দিলে, য'ৰ কাপোৰ তত্তে থাকে। ভালকৈ নাখায়। ভাল বস্তু আনি ইমান আদৰকৈ দিওঁ, কিন্তু মনে মনে দলিয়াই পেলায়।

( ১ম সমনীয়াৰ প্ৰবেশ )

১ম সমনীয়া—কি হে ককাই ভাবিছা কি ?

মোহন—ভাবিম কি, ঘৰত সদায় হাই-কোঢ়াল ফুগুচাতে পৰিছে।

১ম সমনীয়া—তাই দেখোন আগেয়ে কথা-বতৰাত বৰ মৰম লগা আছিল।

মোহন—আগৰ কথা, আগৰ বৰ্তৰা! বোলো কমাৰৰ শালতহে লো চিনি পায়।

১ম সমনীয়া—এৰা তিৰোতা চিনা বৰ টান। এটা কথা শুনিছা নে নাই ?

মোহন—কি ?

১ম সমনীয়া—চেনিৰামে আজিকালি এইপিনে অহা-যোৱা কৰে নহয়।

মোহন—ক'তা দেখা নাই দেখোন।

১ম সমনীয়া—মই সিদিনা দেখিছোঁ। কথা হব খুজিলোঁ। কিন্তু সি কাকো নমতাকৈ ভো ভো কৰি গুচি গ'ল।

মোহন—সি কি কৰে ?

১ম সমনীয়া—শুনিছোঁ। হেনো নগৰত কোনোবা বাবুৰ ঘৰত থাকে।

মোহন—ইয়ালৈ আহে কিয় ?

১ম সমনীয়া—আহে কিন্তু কাৰো লগত কথা-বতৰা নহয়। মনে মনে বাটে বাটে গুচি যায়। বাক ব'স, হাল বাব যাওঁ।

মোহন—(অকলে) সি আকৌ এইপিনে বাট ললে কিয় ? কথাটোৰ অলপ ওহ লব লাগিব লফাক কেতিয়াবা দেখে নেকি ? নে তাইৰ লগত কথা-বতৰাই পাতে ? একো কব নোৱাৰি। এনেকুৱা কিবা এটা নহলে আজি প্ৰায় ছমাহ হ'ল তেও লফাৰ মন টলাব নোৱাৰিলোঁ। কিয় ? কথাটো আওপাকে গৈছে। জানোবা মই নো-হওঁতেই—

১ম সমনীয়া—চাই থাকিলা দেখো, ব'লা পলম হব।

মোহন—ব'লা।

## —৩য় দৃশ্য—

লহওাৰ বাপেক—উস্ মোৰ আই তই কলৈ গলি ?
কণাৰ লাখুটি তই ক'ত লুকালি ? উস্ মই কত মৰোঁগৈ ? (শোৱাপাটীৰ পৰা উঠি) কতা মোৰ লহওা কতা ? (লগৰ কেইজনমানলোকে ধৰে)

এজন ধোৱা—তই নাকান্দিবি, আমি বিচাৰি চাওঁ, কত লুকাল ?

লহওাৰ বাপেক—উস্ লহওা। লহওা মোৰ আই। (বুকুত চাপৰ মাৰি) উস্ আজি দুদিনতে মোৰ দু-বছৰ হল। কলৈ গলি ঐ আই ?

(নবনাথৰ প্রবেশ হাতত এডাল চাৰ এথনি সুন্দৰ সাড়ী)

নবনাথ—লহওাক আজি মোৰ উপহাৰ দিম। লহওাৰ ৰূপ লহওাৰ গুণৰ লগত বিজ্ঞালে এই বস্তু অতি তুচ্ছ! কিন্তু এয়া আদৰৰ ধন। লহও! তোক কিমান ভাল পাওঁ এই মই নিজ হাতেৰে তোৰ ডিঙিত পিন্ধাই দিম। আজি কেইদিন এইপিনে অহা নাই। সেই নৈৰ পাৰত দেখাৰ পিছত লহওাক দেখা নাই। লহওা!

লহওাৰ বাপেক—উস্ কোনে মোৰ লহওাক আনিছ ? আন। আন, বুঢ়াৰ জীউদান দে।

নৱনাথ—ই কি ? লহঙাৰ বাপেকে কান্দিছে কিয় ?

লঃ বাঃ—ঔ মোৰ আই লহঙা কলৈ গলি ?

নৱনাথ—লহঙাৰ কিবা হল ? এই কেই দিনতে, হায়
—মই কেই দিন দেখা নাই ?

লঃ বাঃ—উস্ আই কত লুকালি ঔ !

নৱনাথ—উস্ উস্ লহঙা ! (ওচৰ চাপি) কি হৈছে,
লহঙাৰ কি হল ?

এজন লোক—লহঙা আজি দুদিন নাই । কলৈ গৈছে
একো কোৱা নাই । বিচাৰি কতো নাপালোঁ ।

নৱনাথ—লহঙা !

লঃ বাঃ—বোপা আহিছা ! বোপা ! বোপা ! মোৰ
লহঙাক কোনে নিলি ? (লাহে লাহে থিয় হৈ) মোৰ
লহঙা ! মো ল—হ—ঙা । (কান্দে)

## ৪র্থ দৃশ্য—

(লাহে লাহে মানুহ বিলাকে ধৰি লহঙাই কাপোৰ ধোৱা ঘাটলৈ
লহঙাৰ বাপেকক ধৰি আনে লগতে নৱনাথ)

লঃ বাঃ—সৌৱা সৌৱা মোৰ লহঙাই কাপোৰ ধোৱা
পাত পৰি আছে । উস্ উস্ মোৰ লহঙা ! লহঙা !

নৰনাথ—তুমি অস্থিৰ নহবা। কেতিয়া কাৰ কপালত কি ঘটে কোনে জানে ?

লঃ বাঃ—উস্ এয়া যে মোৰ লহঙাৰ খোজ। লহঙা—লহঙা ? আই কৰবাৰ পানীত পৰিল নে কি হল ?

নৰনাথ—জানোচা কুম্ভীৰে নিলে।

লঃ বাঃ—কুম্ভীৰ ! উস্ মোকো নে ঐ। মোৰ লহঙাক যেয়ে নিছ মোকো নে ঐ।

( এজন কৈবৰ্ত্তৰ প্ৰবেশ )

কৈৱৰ্ত্ত—কেলেই কান্দিছা হো ?

এজনলোক—এওঁৰ ছোৱালী জনী আজি কেইদিন হ'ল কৰবালৈ গৈছে। বুঢ়া বাপেক অস্থিৰ হৈছে।

লঃ বা—উস্ মোৰ লহঙা ! মোৰ আই ঐ।

কৈৱৰ্ত্ত—এ কোনেনো নিব আক। আমি ঘৰৰ মানুহ জনীৰ মুখত শুনিছোঁ হো বোলে তাই কাপোৰ ধুই আছিল। পিছে কেইজনমান মুছলমান মৈমনসিঙীয়া বঙালে আহি তাইক বল কৰি নাৱত লৈ গৈছে।

নৰনাথ—মৈমন্সিঙীয়া বঙাল।

কৈৱৰ্ত্ত—এৰা তাকেতো কৈছোঁ। মোৰ ঘৰৰ মানুহজনীয়ে মাছ লৈ ইদিকি গৈছিল হো। তেতিয়া ভৰ দুপৰখন। আন কোনো মানুহ নৈৰ পাৰত নাছিল। তাই হেনো বৰ ডেঙাউৰি পাৰিছিল। পিছত মুখত সোপা দি - - -

লঃ বা—উস কোনে মোৰ লহঙাক নিলে ঔ। কোনে মোৰ মূৰত টাঙোন মাৰিলি ঔ (বহি পৰে)

নৱনাথ—মৈমন্‌সিঙীয়া! উস—।

## —৫ম দৃশ্য—

(১ম আৰু ২য় মৈমনসিঙীয়াৰ প্ৰৱেশ)

১ম মৈমনসিঙীয়া—খোৱছুৰং মিয়া, আলবাৎ খোৱছুৰৎ।

২য় মৈমনসিঙীয়া—বহুতৰোজ খুজকে খুজকে হালা কাল মিল গিয়া একলা। নৌকা মে লেকে একদম্ আৰ কোন বাৎ হেৱ?

১ম মৈমনসিঙীয়া—বহুত আচ্চা। এইসা মেয়ে হালা কভি মিলা নাহি। যেইসা ৰূপ এইসা হি বাত চিত। আভি লে আও স্ফূৰ্ত্তি কৰেগা।

২য় মৈমনসিঙীয়া—আচ্চা ভাই। আবে চহব আলি লে আয় হালা। তব লেনেকো বলা আঁভিতক আতা নেহি।

( চহব আলিয়ে লহণ্ডাক লৈ আহে )

১ম মৈমনসিঙীয়া—খোৱছুৰৎ, আবে শুলেস্থানকা মেৱা। অ বিবি সাহেবা! বহুত ৰূপীয়া মিলেগা। উ হালা খড় বেচকে বহুত ৰূপেয়া কিয়া। হামভি বহুত গহনা দেনে চেকেগা।

২য় মৈমনসিঙীয়া—যব খড় বেচনে যাতা ৰহা; বিবি বৰাবৰ নদী কিনাৰ মে কাপৰ চায়া কৰতা হায়। বহুত দিন লেনেকো চেষ্টা কৰা তব স্থবিধা মিলা নেই। কালই গিয়া। ঔ বিবি সাহেবা.....

আভি হাম হাজাৰ ৰূপেয়া কিয়া মালা দেগা

( এদাল হাৰ উলিয়াই দিয়ে )

১ম মৈমনসিঙীয়া—হা বহুত আচ্ছা! ৰেইসা বিবি সাহেবা এইসাহি মালা হেই! বহুত আচ্ছা দেখেগা। বিবি সাহেবা পৰভো।

লহণ্ডা—( কান্দি কান্দি ) উস্ উস্ দেউতা তুমি ক'ত?

১ম মৈমনসিঙীয়া—কাহে বোতাহেই বিবি সাহেবা। দৰ মত কৰিয়ে। ও হালা চুৰি কৰকে বহুত ৰূপেয়া কিয়া। খানা-পিনা কৰনেকো কুচ্ তকলিফ

নহি হোয়েগা। ও হালা কাহে তোমাৰা বাকচ লেকে বিবিসাহেবাকা ৰূপেয়া নাই দেখলায়া।

লহঙা—দেউতা !

২য় মৈমনসিঙীয়া—দেতা-হেটা মত কৰো ! তোমাৰ বাবা আৰ নাহি আয়েগা। মালা লেও !

লহঙা—নৰনাথ দেউতা ! উস্ কোনে মোক ৰাখিব !

(হাৰদাল চিঙি পেলাই দিয়ে)

২য় মৈমনসিঙীয়া—কি মেৰা বহুত দামী মালা খাৰাপ কিয়া !

১ম মৈমনসিঙীয়া—ধৰ উসকো ! বাত বলনেসে বহুত পিয়াৰা হোতা হেই। বল কৰকে উসকো জাত মাৰেগা।

(দুয়ো বল কৰিব খোজে লহঙাই কামুৰি এৰাব খোজে)

২য় মৈমনসিঙীয়া—আউৰ যোৰ কৰেগা তো তোমাৰা গলা গৰ্দ্দন যায়েগা ! (দা দেখুৱায়)

(লহঙাই বল কৰি এৰাব খোজে)

লহঙা—দেউতা ! দেউতা !

(আঁন্ধকাপোৰ)

# পঞ্চম অঙ্ক

## —১ম দৃশ্য—

নবনাথ—( শুই থাকি সপোনত লহঙাক দেখে, লাহে লাহে সপোন আঁতৰি যায়, নবনাথে সাৰ পাই )
ইমান সুন্দৰ! ক'তা! এইপিনে আহিছিল নহয়। কোন লৰি গ'ল? লহঙা! নহয়, সপোন! কোনে নিলে? মৈমনসিঙীয়াই? অসমীয়া!

( নবনাথৰ বাপেকৰ প্ৰবেশ )

নবনাথৰ বাপেক—নবনাথ! আৰু এইবাৰ ওহো বুলিলে নহব! বিয়াৰ সকলো ঠিক! এই টেলিগ্ৰাম পালোঁ। পৰহিলৈ যাব লাগে।

নবনাথ—বিয়া! কাৰ বিয়া? দেউতা। হিন্দুৰ বিয়া! বৰ্ত্তমান হিন্দুৰ বিয়াৰ কিবা মূল্য আছে?

নবনাথৰ বাপেক—মনে মনে থাক হাৰামজাদা, হিন্দুৰ পেটত জন্মি হিন্দুৰ নিন্দা!

নবনাথ—আজি যাক বিয়া কৰাম কাইলৈ মুছলমানে চুলে চুৰা যাব—তেন্তে বিয়াৰ মূল্য কি?

নবনাথৰ বাপেক—মুছলমানে ছুব পাৰিব কেনেকৈ! সিহঁতৰ ইমান সাহ হবনে!

নবনাথ—সাহ ! দেউতা, দেউতা, শুনক হাজাৰ হাজাৰ। নাই, নাই, মিছা; কাৰো চেতন নাই। চেতন নাই। চেতন থাকিলেও সাৰ নাই, সাহ নাই। কাপুৰুষ হিন্দু! তইঁতৰ আকৌ বিয়া!

নবনাথৰ বাপেক—বলিয়ালি এৰ। মই কৈছোঁ পৰহিলৈ ওলাব লাগে। বিয়া সুনিশ্চয়।

[ প্ৰস্থান ]

নবনাথ—দুৰ্ব্বলীৰ বিয়া ? অসম্ভৱ! আজি সমাজ নামানো, গুৰুবাক্য নামানো। তাৰ কাৰণে যদি বেদ ওভতে—ওভতক। যেতিয়ালৈকে হিন্দুৰ ধৰ্ম্ম ছুলেই ছুৱা যায়, হিন্দুৱে নিজৰ তিৰোতা ৰাখিবলৈ শক্তি যোগাব নোৱাৰে, তেতিয়ালৈকে হিন্দুৰ বিয়াত জাতি বিচাৰ—সংকীৰ্ণতা, তেতিয়ালৈকে হিন্দুৰ বিয়া নাই। দাম্পত্য প্ৰেম কি ধৰি অনা বান্দৰৰ হয় ? ভয়ঙ্কৰ শিকলিৰ বান্ধোনত যক্ষ্মা ৰোগীয়ে কি স্বৰ্গীয় প্ৰেম উপলব্ধি কৰিব পাৰে ? দুৰ্ব্বলী হিন্দু! লহঙা! তুমি ক'ত ? [ প্ৰস্থান ]

( আকৌ চেনিৰামৰ হাতত ধৰি প্ৰবেশ )

নবনাথ—চেনি! চেনি তই আজিৰপৰা মোৰ বান্ধনি হবি। মোৰ সকলো কামতে সহায় কৰিবি।

চেনিৰাম—কি কয় দেউতা। মই মিকিৰ মানুহ।

নৰনাথ—তথাপি তই মানুহ! কুকুৰ মেকুৰী নহয়।

চেনিৰাম—আমাক যে ছুলেই চুৱা যায়। আমি মিকিৰ মানুহ।

নৰনাথ—ভয় নাই চেনি, তইঁত হিন্দু। হিন্দুৰ নতুন নিয়ম, ছুলে চুৱা নাই। অস্পৃশ্যতা নাই, জাতিভেদ নাই। হিন্দুৰ আচাৰ নীতি পালিলেই হিন্দু? বেদান্তৰ মৰ্ম্ম, ঈশ্বৰ উপলব্ধি কৰিলেই হিন্দু! নহলে হিন্দুৰ ৰক্ষা নাই। চাৰিওফালে শিলৰ কটকটীয়া বাঁধোনত হিন্দুৰ লৰিবৰ উপায় নাই। বাঁধোন, কেৱল বাঁধোন!

চেনিৰাম—মই মৰা মানুহ দেউতা! তাতে মিকিৰ। মই সেইবিলাক কি বুজিম।

নৰনাথ—ভয় নাই চেনি, সকলো বুজিবি। সকলো একে লগ নহলে ৰক্ষা নাই। তত্তালিকে কাৰ তিৰোতা কেন্তিয়া নিয়ে ৰাখিবৰ উপায় নাই। মই গোঁসাইৰ পেটত জন্মিছোঁ। মই তোক শৰণ দিম! আকৌ সনাতন ধৰ্ম্মৰ ওভতনি সোঁত আনিম।

চেনিৰাম—দেউতা মই একো নুবুজোঁ যে।

নৰনাথ—বুজিবি। চেনি তইঁতৰ জাতৰ মানুহবোৰ মোৰ সহায় নহলে এনে শিলৰ কটকটীয়া বাঁধোন ভঙা টান হব। যা, যা, তই তইঁতৰ গাঁৱে গাঁৱে যা। কগৈ, কগৈ চেনি, আজি মই তইঁতৰ সকলোকে শৰণ কৰিম। হিন্দু কৰিম। হিন্দু কৰিম। হিন্দুৰ হাজাৰ জাতি আৰু নাথাকিব। বামুণ নাই, কলিতা নাই, ডোম নাই, কছাৰী নাই, মিকিৰ নাই। সকলোৱে কেৱল সনাতন হিন্দু!

## —২য় দৃশ্য—

মোহন—ইমান সন্দেহ হৈছে। সন্দেহৰ ওপৰত সন্দেহ বাঢ়িছে। চেনি! মোৰ গাত দোষ নাই। তই তত লবি। যদি সন্দেহ সঁচা হয়—তেন্তে—তেন্তে (দাঁত কামোৰে) সদায় তই এই পিনে আহিবলৈ ধৰিছ। মোৰ চকুত কেবাদিনো পৰিছে। উস্ তই মোৰ ঘৰত তুঁহ জুই জলালি! চেনি সদাই এই পিনে আহে কিয়? কিন্তু সাৱধান!

[প্ৰস্থান]

## —৩য় দৃশ্য—

নৱনাথ—লহঙা ! তই যদি আজি মুছলমানো হৈছ, তথাপি মই হিন্দু কৰিম । মই তোক বিয়া কৰাম । হিন্দু জাতি নতুনকৈ গঢ়িম ।

( নৱনাথৰ বাপেকৰ প্ৰবেশ )

নৱনাথৰ বাপেক—তোৰ মূৰ কৰিবি । আজিৰ পৰা তই মোৰ ঘৰৰ পৰা ওলাই যা । হিন্দুৰ সৰ্ব্বনাশী ল'ৰা গোসাইৰ পেটত জন্মিছিলিহি । ছিঃ ছিঃ কছাৰী মিকিৰক শৰণ কৰে । মোৰ উচ্চ বংশৰ কলঙ্ক আনিলে । এইবোৰৰ কাৰণে তোক শিক্ষা দিছিলো । সকলো ভ্ৰষ্ট কৰিলি । সিপিনে বিয়া খনো নষ্ট হ'ল ।

নৱনাথ—দেউতা !

নৱনাথৰ বাপেক— আৰু দেউতা বুলিব নালাগে । তই গোঁসাই নহয় । ম্লেচ ? যা য'ত মিল, মিলগৈ । আজিৰ পৰা মোৰ সম্পত্তিত তোৰ অধিকাৰ নাই । জগতে দেখক, হিন্দু ধৰ্ম্মৰ নিয়ম ৰক্ষাৰ কাৰণে মই পুত্ৰকো ত্যজিব পাৰোঁ ।

নৰনাথ—দেউতা ! স্বাৰ্থত্যাগ আপোনাৰ মহান্ কিন্তু হায় ! এনেভাৱে হিন্দুৱে সকলোকে ত্যাগ কৰি হিন্দু ধৰ্ম্মৰ সৰ্ব্বনাশ কৰিলে। হিন্দুৱে সকলোকে এৰি, নীচ জাতিক এৰি, ছুলেই চুৱা যোৱা তিৰোতাক পৰিত্যাগ কৰি, অজাতিৰ হাতে খাওঁতাক ত্যাগ কৰি, বিধবাই অলপ পিছলিলেই দূৰতে ছেই ছেই কৰি, যি ত্যাগৰ মহান আদৰ্শ গঢ়িব ধৰিছে—এয়ে হিমালয়ৰ সমান হিন্দুৰ দোল লাহে লাহে খহাই মাটিৰ সমান কৰিব, হিন্দুক সৰ্ব্বনাশ কৰিব। থাকক থাকক দেউতা আপোনাৰ আদৰ্শ লৈয়ে থাকক। মই ওলালোঁ। এই মুহূৰ্ত্ততেই পথৰ ভিক্ষাৰী হৈ ওলালোঁ, লহঙা তোক যদি আজি পাওঁ— (বেগে প্ৰস্থান)

## —৪ৰ্থ দৃশ্য—

(জঙ্গলৰ বাট। লফাৰ প্ৰবেশ)

লফা—লেখি লেখি তৰা কতনো ভাবিলোঁ।
কতনো আৰু ওলাই পৰে,
বুকুৰ ভিতৰতে কতনো ভাবনা
হিয়া যে নিতে চাতিফুটি কৰে।

(খৰি বিচাৰি বিচাৰি গোটায়, হঠাৎ এটা ফেটী সাপে খোঁট মাৰে)

উস্ উস্ ইমান বিষ! (পৰি যায়)

( চেনিৰামৰ প্ৰবেশ )

( গীত )

চেনি—এই বাটতে আম বুটলিছিলোঁ।
সেই বাটতে জাম।
সেই শিলতে কত কথা পাতিছিলোঁ।
আজিও বুকু কৰে হুম্ হুম্।

এই ঠাইখিনি পালেই বেয়া লাগে কিন্তু দেউতাৰ কথা পেলাব নোৱাৰি আহোঁ। সদাই এই পিনেই খাটলৈ যাব লাগে ; এই পিনে বোপা দেউতাৰো শৰণ কৰা মানুহ বিচাৰিব লাগে। (হঠাৎ লফাক দেখি) এইটো লফা দেখোঁ। তাই কিয় শুই আছে ? ( ওচৰ চাপি ) লফা ! মুখ ইমান কলা পৰিছে। সাপে কামোৰা মানুহৰ দেহ যেন হৈছে। লফা ! ( ভালকৈ চাই ) ইমান ঠেৰেঙা ! হায় লফা ! তোৰ জাউ উকলি গৈছে। ( কোলাত তুলি লৈ ) হায় ! তই মোৰ নহলেও তোক মই সকৰে পৰা কিমান ভাল পাইছিলোঁ। লফা ! এবাৰ মাত, এবাৰ চা তোৰ বহুদিন মই এষাৰ কথা শুনা নাই। উস্ উস তই এষাৰ গীত গা। নামাত ?

( ওপৰতে মূৰ পেলাই, অলপ পিছতে তুলি ; লফালৈ চাই কান্দি কান্দি )

( গীত )

জীৱন কুমলীয়া দে ঐ মাত
চা ঐ চকু মেলি—
তোৰে চেনাই কাষতে বহিয়ে
মৰে দেই পুৰি !!

( মোহনৰ প্ৰবেশ )

মোহন—সঠিক সন্দেহ আৰু নাই । পাছে পাছে আঁহি সকলো বুজিলোঁ । উস্ এতিয়াও……
( লুকাই লুকাই ওচৰ চাপি ) পাপা ! ( হাতত থকা দ'ৰে ডিঙিত ঘাপ মাৰে )

চেনি—উস উস ( লফাৰ গাত পৰে )

মোহন—লফা ! নিলাজী ! উঠ । কি মুঠ ? ( হাতত ধৰি টান মাৰে ) কি ইমান চেচঁা ! লফা ! কি জীউ নাই ? লফা ! লফা ! ( বুকুত পৰি যায় )

—ঃ আৰ কাপোৰ ঃ—

[ অন্ত ]